# বৃহৎ পাষণ্ড দমন।

বৈষ্ণৱ ধৰ্ম্ম, বৈষ্ণৱ ভক্তি তত্ত্ব, ভক্তি সাৰ
আদিৰ গূঢ় আলোচনা।

ৰচোতা, সংগ্ৰাহক
আৰু
প্ৰকাশক—

শ্ৰীৰুদ্ৰদেৱ গোস্বামী,
গজলা সত্ৰ
পোঃ চেঙেলীবাড়ী
শিৱসাগৰ, অসম।

মূল্য দেড় টকা।

# বৃহৎ পাষণ্ড দমন।

বৈষ্ণৱ ধৰ্ম্ম, বৈষ্ণৱ ভক্তি তত্ব, ভক্তি সাৰ
আদিৰ গূঢ় আলোচনা।

ৰচোতা, সংগ্ৰাহক

আৰু

প্ৰকাশক—

শ্ৰীৰুদ্ৰদেৱ গোস্বামী,

গজলা সত্ৰ

পোঃ চেঙেলীবাড়ী

শিৱসাগৰ, অসম।

মূল্য ১॥০

# সূচী-পত্র

# পাতনি

পৃথিবী জুৰি ধৰ্ম্ম সঙ্কট আৰম্ভ হৈছে। তাৰে ভিতৰত আমাৰ অসমৰ এচুকত মহাপুৰুষ সকলৰ চৰণৰ ধূলাৰে পৱিত্ৰ অসমত ধৰ্ম্ম সঙ্কট অতি বেচি। তাকে দেখি শুনি প্ৰাণত আঘাত পাই নানা শাস্ত্ৰ মতে শুদ্ধ সত্ব ধৰ্ম্ম প্ৰকাশৰ অৰ্থে এই পুথি যুগুত কৰা হল। ইয়াত আমাৰ নিজা বুলিবলৈ একো নাই, সকলো মাত্ৰ শাস্ত্ৰৰ পৰা সাৰোদ্ধাৰ কৰি লিখা হৈছে। তাতো অনেক ভুল ভ্ৰান্তি হব পাৰে। ৰাইজে যেন দোষৰ ভাগ বাদ দি গুণৰ ভাগ গ্ৰহণ কৰি আমাৰ সৎ উদ্দেশ্যলৈ চাই আশাৰ বাণী প্ৰদান কৰে এয়ে মিনতি।

কোনো স্থানত দুখন বা অধিক শাস্ত্ৰৰ পৰা উদ্ধৃত বুলি নাম দিয়া হৈছে। পদ বা ফুলৰী খিনি তাৰে প্ৰথম খনৰ পৰা উদ্ধৃত, পিছে সেই পদ বা ফুলৰীৰ সাৰাংশ সি কেখন শাস্ত্ৰতো পাব। ইতি।

গজলা সত্ৰ
মাঘ ৫০২ শঙ্কৰাব্দ } শ্ৰীৰুদ্ৰদেৱ গোস্বামী

## —প্ৰসংশা পত্ৰ—

### শ্ৰীশ্ৰীকীৰ্ত্তি নাথ মহন্ত অধিকাৰ প্ৰভুৰ পত্ৰ—

ইমান কোমল মতীয়া ল'ৰাৰ বিৰোচিত ভাৱ উপজিছে। অনুসন্ধিৎ সুভাৱ জাগ্ৰত হৈছে। এওঁ সমাজত ঠিক পথকেই প্ৰকাশ কৰিছে। এই শাস্ত্ৰ খনি সকলো গুৰু ভক্ত জনে আগ্ৰহ কৰি যদি ভাল ধৰণেৰে এবাৰ ভাবি চাই, তেন্তে তেওঁৰ এই শ্ৰমৰ সাফল হয়। বৈষ্ণৱ ধৰ্ম্মাৱলম্বি সকলে মহাপুৰুষ শ্ৰীশ্ৰী৺শঙ্কৰ দেৱৰ কৃত ধৰ্ম্ম শাস্ত্ৰ সমূহ অশ্ৰদ্ধা কৰি, শ্ৰৱণ. কীৰ্ত্তন নোহোৱা বাবে বৈষ্ণৱ ধৰ্ম্মৰ দুৰ্ব্বলাৱস্থা ঘটিছে। ইতি।

৮।৯।৪৹

ইয়াৰ বাজেও তলত দিয়া প্ৰভু সকলৰ পৰা প্ৰশংসা পত্ৰ পোৱা হৈছে। কলেৱৰ বঢ়াৰ ভয়ত ছাপা কৰোৱা নহ'ল।

শ্ৰীশ্ৰী৺দিহিং নমাতি সত্ৰৰ বেদ কান্ত গোস্বামী সত্ৰাধিকাৰ, শ্ৰীশ্ৰীদুৰ্গেশ্বৰ মহন্ত, শ্ৰীশ্ৰী৺সেঁকাজোন সত্ৰৰ শ্ৰীশ্ৰীৰত্নেশ্বৰ সত্ৰাধিকাৰ গোস্বামী. শ্ৰীশ্ৰীৰুদ্ৰদেৱ ডেকা অধিকাৰ গোস্বামী, শ্ৰীশ্ৰী৺সোণাৰিপাৰ সত্ৰৰ শ্ৰীশ্ৰীগোবিন্দ চন্দ্ৰ সত্ৰাধিকাৰ গোস্বামী, শ্ৰীশ্ৰী৺বৃদবাৰী সত্ৰৰ শ্ৰীশ্ৰীযোগানন্দ সত্ৰাধিকাৰ গোস্বামী, শ্ৰীশ্ৰীসম্ভুনাথ ডেকা অধিকাৰ গোস্বামী, শ্ৰীশ্ৰী৺দিহিং নমাতি সত্ৰৰ

শ্রীশ্রীধৰ্ম্মকান্ত ডেকা অধিকাৰ গোস্বামী, শ্রীশ্রী৺কোৰেখনা গজলা সত্রৰ ' শ্রীশ্রীহলিৰাম সত্রাধিকাৰ গোস্বামী, শ্রীশ্রীবলভদ্র গোস্বামী, শ্রীশ্রী৺দেওপানী গজলা সত্রৰ শ্রীশ্রীমুনিন্দ্র চন্দ্র সত্রাধিকাৰ গোস্বামী, শ্রীশ্রী৺বাৰেঘৰ সত্রৰ শ্রীশ্রীমহেশচন্দ্র সত্রাধিকাৰ গোস্বামী. শ্রীশ্রীগোপাল কৃষ্ণদেৱ ডেকা অধিকাৰ গোস্বামী।

—:o:—

# বৃহৎ পাষণ্ড দমন

## প্ৰথম খণ্ড

---

### আৰম্ভণি

**পদ**

জয় জয় কৃষ্ণ কৃপাময় ভগৱন্ত ।
যাহাৰ লীলাৰ নাজানি আদি অন্ত ॥
ইচ্ছা মাত্রে কৰা সৃষ্টি পালন সংহাৰ ।
শঙ্কৰ স্বৰূপে তেওঁ হৈয়া অৱতাৰ ।
দুর্লভ ভকতি ধর্ম্ম প্ৰকাশ কৰিলা ॥
সংসাৰ সাগৰ হন্তে জীৱক তাৰিলা ॥
নিজ গুণে জগতক সুখী কৰিলন্ত ।
লোকৰ কুশল সাধি বৈকুণ্ঠে গৈলন্ত ॥
হেন শঙ্কৰৰ ভক্তি পথ কৰিবো বর্ণন ।
শুনা সাৱধান চিত্তে সমাজিক জন ॥
নিজ গুৰু চৰণত কৰিয়া প্ৰণতি ।
বৈষৱামৃত শাস্ত্ৰ ৰচিবো সম্প্ৰতি ॥

অনেক শাস্ত্রক আনি একত্রে চপালো।
বৈষ্ণৱ ধৰ্ম্ম নামে পুস্তক ৰচিলো॥
মুৰ্খ হেন জানি মোক নিন্দা নকৰিব।
এহিসে শাস্ত্রক চাই সন্তোষ লভিব॥
এহি আশীৰ্ব্বাদ মাগো গুৰু সমাজত।
উক্ত গ্রন্থ কৰে যেন কাৰ্য্যত পৰিণত॥
হে কৃপাময় হৰি মোক কৰা দয়া।
নাম দান দিয়া প্রভু দূৰ হৌক মায়া॥
হলিৰাম চৰণে মোৰ কোটি নমস্কাৰ।
ৰাম কৃষ্ণ বুলি তৰা দুৰ্ঘোৰ সংসাৰ॥

—— × ——

## *সুৰাপান আৰু আগমি ভক্তি বৰ্জ্জন*

[ কূৰ্ম্ম, মৎস্য পুৰাণ ]

### *পদ*

পূৰ্ব্বত আছিল ৰাজা নামত চিলিম্খা।
তাহান দুহিতা ভৈলা নামত সুভগা॥
পিতৃ হন্তে তাই পাছে ভৈলা গৰ্ভৱতী।
লাজ পাই সুভগাই সাগৰে কৈলা গতি॥
তাইৰ দুই চক্ষু হন্তে ভৈলা নহক পনক।
দুই স্তন হন্তে ভৈলা নামত ধতৰু॥

কেশ হন্তে ভাংগছ বাতুল পৰাই।
যোনি হন্তে ধুম্রপাত তুষ্টলোকে .খাই॥
বীর্য্য হন্তে উতপত্তি ভৈলা আফুগছ।
যোনিৰ নোমৰ হন্তে ভৈলা চাহগছ॥
শৰীৰৰ তেজমল মদৰাজ সুৰা।
তাক খাই দৈত্যগণে কৰে সুৰা-মুৰা॥
কলিত সন্ত মহন্তে ভুঞ্জিব।
তেবে সুভগাৰ মুকুতি লভিব॥
ইসব খাইয়া যদি কৃষ্ণক পূজয়।
কদাচিতো কৃষ্ণে তাৰ পূজা নলৱয়॥
হেন জানি নৰলোকে এৰি সপ্ত সুৰা।
নিৰন্তৰে নৰে ডাকি হৰি হৰি বোলা॥

[ ব্ৰহ্ম বৈবৰ্ত্ত পুৰাণ ]

*পদ*

তাম্র পাত্রে কুহিয়াৰ ৰস কৰে পান।
সুৰাসম খাদ্য ইটো শুনা মতিমান॥
সুৰা পানে যেই পাপ শৰীৰে জনমে।
এহি সবে সেই পাপ কহি তব স্থানে॥
শুদ্ধ বাম হাতে ধৰি জল যেই খায়।
সুৰা পান পাপে তাক বেৰিয়া ধৰয়॥

* * * *

•

[ ব্ৰহ্ম বৈবৰ্ত্ত পুৰাণ— শিৱই নাৰদক কৈছিল ]

## দুলৰী

মহাপুৰুষৰ চৰিত্ৰ গ্ৰন্থক
অহঙ্কাৰে নামানিব।
অপুষ্পিতা কন্যা বিবাহ কৰিব
অৰ্জ্জমা শ্ৰাদ্ধ তেজিব ॥
বিপ্ৰ বৈষ্ণৱক মহন্ত সবক
নমস্কাৰ নকৰিব।
থান সত্ৰ চয় মহন্ত সবক
নমস্কাৰ বাকো নকৰিব ॥
আৰু এক বিধ দূতৰ লক্ষণ
বৈষ্ণৱৰ বেশধাৰি।
ৰাধা মাধৱৰ গুপ্ত খেলা কৰি
প্ৰকাশিব গোপ্য কৰি ॥
আসাম মুলুক ধুবা যে তুৰক
চাণ্ডাল ম্লেচ্ছ কুমাৰ।
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰ
প্ৰৱৰ্ত্তিব একেকাৰ ॥
হংস ছাগ পাৰ কুকুৰা শুকৰ
আৰৱ কুকুৰ গৃধ্ৰ।
ইসব ব্ৰহ্মক ব্ৰহ্মে লীন গৈলে
তেবে জীৱ হৈব শুদ্ধ ॥

কতো ৰামতাল কতো কৰতাল
কতোৱে টোকাৰি বাইব।
পঞ্চ সপ্ত দিনে একাদশ নব
সময়ে সেৱা পাতিব॥
আঁঠুৱা তৰিয়া আসন কৰিয়া
বসিব ৰাধা মাধৱ।
চৌপাশে আবৰি বৈৰাগী নামক
গাইবন্ত কৰি উৎসৱ॥
দিবসত সবে দ্ৰব্য চপাৱয়
ৰাতিত পাতিব ভোজ।
চিৰা পিঠাগুৰি সন্দেশ সহিতে
সেৱাৰ কৰে সঞ্জোগ॥
ৰাধা মাধৱৰ বস্ত্ৰক খসায়া
থৈব নিয়া দুৱাৰত।
স্নান পৰিহৰি হস্ত মুখ ধুই
মার্জ্জিব সেহি বস্ত্ৰত॥
ৰাধা মাধৱৰ অৰ্পিত অন্নক
একত্ৰে সবে ভুঞ্জিব।
নাতি কুল ক্ৰিয়া ব্ৰহ্মাত বিকাৰ
মুখ হস্ত মার্জ্জি থৈব॥
চক্ৰে চক্ৰপাণি মৎস্যক জানিবা
গদায় পশু গাহৰি।

পঞ্চজন্য শক্তি কুকুৰা পক্ষীহে
গুড় ৰাম নাম হৰি ॥
অন্ন সিদ্ধ গুৰু জলক জানিবা
পদ্ম-গন্ধৰ ৰস ।
সাৰঙ্গে শগুণ বাৰুৱে ছাগল
হৰিয়ে জানিবা হংস ॥
বংশী ভৈলা পাৰ মুষলে কুকুৰ
নাঙলে শৃগাল ভৈলা ।
মকৰ কুণ্ডলে মহিষ হৈ আছে
চিনিবা ৰঙ্গৰ খেলা ॥
চাৰিচলা বাঁহে চাৰিখান বেদ
জানিবাহা ৰামতাল ।
কৰত কমল বাদ্য সুনির্ম্মল
কৰি সমে কৰতাল ॥
হৰি ৰস টোণে টোকাৰি জানিবা
পঞ্চ চিহ্নে চাৰি গুণা ।
চাৰিটি শৰণে চাৰি গুটি ছোলা
গুণ ধৰি আছে জানা ॥
নাৰদৰ শক্তি লাখুটি জানিবা
গুণত নাম তোলন্ত ।
ভকত ভ্ৰমৰে গৰ্ভত গুঞ্জৰে
কমনে পাইবা অন্ত ॥

হেন ধান্দাজ্ঞান দেখায়া পাষণ্ডে
নাশিব সমস্ত নৰ।
সকলো একত্রে কত কোটী জন্ম
ভুঞ্জিবে যাতনা ঘোৰ॥
ব্রহ্ম বৈবৰ্ত্তৰ কথা মনোহৰ
শুনা বুদ্ধিমন্ত নৰ।
পাষণ্ড আগমি সঙ্গ নকৰিবা
বৈকুণ্ঠক ইচ্ছা যাৰ॥
সংসাৰ সাগৰে তৰণ কাৰণ
অন্য পথে নাই হেতু।
সাধু সঙ্গে ৰহি হৰি গুণ গাই
ৰাম নামে বান্ধা সেতু॥

[ টীকা ভাষ্য— ৰামচন্দ্র আতা কৃত ]

**পদ**

আদি দ্বাপৰত ঋষি সত্র ভৈল।
বাল্মীকি ঋষিয়ে আসি বিষ্ণুক অৰ্চ্চিল॥
বৃহৎ সহস্র গাই ঋষিয়ে পুচিল।
নিজ ৰূপ ধৰি কৃষ্ণ বৈকুণ্ঠক গৈল॥

যিহেতু সম্প্ৰদা ভক্তি আনিয়া আছয়।
কলিযুগে সেহি ভক্তি কিসক লাগয়॥
মাধৱৰ কথা শুনি শঙ্কৰে বুলিলা।
ইটো ভক্তি ইথানত আসিয়া মিলিলা॥
সুগম পথত যেন কণ্টক পৰিব।
একেকোটী জীৱ গৈয়া নৰকে পৰিব॥
আমাৰ ভক্তিৰ মাজে মিহলি কৰিব।
তাহাৰ মাজত পূৰ্ণ ধৰিয়া জীৱ ৰৈব॥
কলি শেষে ধৰ্ম্মৰ দোকান নৰহিব।
মহাভাগৱত গৈয়া গুৰুত ৰহিব॥
গুৰুৰ বাক্যক শিষ্যে হেলন কৰিব।
শিষ্যৰ বাক্য গুৰু আগ্ৰহি ধৰিব।
সহনে নিৰ্ঘাত পৰি পৃথিবী কম্পিব।
ইটো সীমা জানিবাহা ভ্ৰষ্ট সবে হৈব॥
মোৰ ভক্তি সেহি কালে বৰ্জ্জিত কৰিব।
শঙ্কৰৰ মত বুলি লোকত কহিব॥
কৰি শিষ্ট ধৰ্ম্ম ধৰি নিশা ভুঞ্জিবেক।
মদ্য মাংস ভুঞ্জি বহোহো উদ্বাইবেক॥
কৰণীপতা ভক্তি বুলি লোকত কহিব।
ৰস বুলি খাই লৈ গণ্ডগোল কৰিব॥
ৰৌৰব নৰকত সবে বিমুখে পৰিব।
কত কোটি কল্প মানে যাতনা ভুঞ্জিব॥

কৃমি কীট শুকৰাদি পেটতে থাকয়।
ইটো পাতকীৰ আৰু কি কৈবৈ লাগয়॥
কহে ৰামচন্দ্রে গুৰু পদে ধৰি।
সঘনে ডাকিয়া ঘোষি বোলা হৰি হৰি॥

[ব্রহ্ম বৈবর্ত্ত পুৰাণ—দ্বিজকালী কৃত]

*পদ*

হৰ্ষচিত্তে যেইজনে কৰে সুৰা পান।
ব্রহ্মঘাটী পাপী হয় কৰে মদ্য পান॥
মহাপাপে মগ্ন হয় সেই দুষ্ট মতি।
দেহ অন্তে হয় তাৰ তপ্ত কুণ্ডে গতি॥
ব্রহ্মহত্যা সুৰাপান নৰহত্যা আৰ।
এসব কৰিয়া যেই পালে পৰিবাৰ॥
মহাপাপে মগ্ন হয় সেই দুষ্টজন।
দেহ অন্তে হয় তাৰ নৰকে পতন॥
কৃমি কীট সৰ্প পশু যোনিতে জনমে।
কোটি কল্পকাল থাকে নৰকে ভ্রমনে॥
তাৰ পাছে গোপ গৃহে লভয় জনম।
সেই জন্মে কৰে যদি ধৰ্ম্ম আচৰণ॥
নিৰন্তৰ কৃষ্ণ সেৱা গুৰু সেৱা কৰে।
তাহলে পাপ খণ্ডে কহিলো তোমাৰে॥

[দশম— শঙ্কৰদেৱ কৃত]

শতবাৰ জলত পখালে যদি গাত্র।
তথাপিতো অপৱিত্র সুৰাৰ যেন পাত্র॥

সুৰা ইমান অপৱিত্র যে, সুৰাৰ পাত্র এশবাৰ জলত ধুলেও সি শুদ্ধ নহয়। তেনেকৈ হৰিত শৰণ ভজন নোলোৱা লোকে এশবাৰ গা ধুলেও শুদ্ধ নহয়।

[সৰু ঘোষা— বাৰেঘৰ সত্ৰৰ শ্ৰীৰাম কৃত]

প্ৰবৃত্তি পাষণ্ড শাস্ত্র তেজিয়া পঢ়িয়ো মাত্র
নিবৃত্তি শাস্ত্রক সাৱধানে।
গন্ধজল মদ্যপানী তেজিয়োক মহামানী
ভক্তিজলে কৰা স্নান পান॥

মন্তব্য— মহাপুৰুষ ৬শ্ৰীশ্ৰীশঙ্কৰ, মাধৱ, গোপাল, যদুমণি আদি গুৰুসকলে আগমি ভক্তি প্ৰচাৰ কৰা নাছিল। মহাপুৰুষসকলে সৎপ্ৰেমা, কেৱলা, নিৰ্গুণাদি শুদ্ধ সত্য ভক্তিহে প্ৰবৰ্তন কৰিছিল। আজি দুশমান বছৰৰ পৰা বিদ্যা বুদ্ধি হীন এক শ্ৰেণীৰ ধৰ্ম্ম প্ৰচাৰকে প্ৰলোভনৰ বশৱৰ্ত্তী হোৱাৰ সত্বে মাজত ধৰি আগমি ভক্তি প্ৰৱৰ্ত্তন কৰি মহাপুৰুষৰ উজ্জ্বল ভক্তিক নেওচা দি মহাপুৰুষ

সকলক হীন পতিপন্ন কৰিছে। এনে স্থলত হাঁহিয়তাৰ পাত্ৰহে হৈছে। ওপৰত উল্লেখ কৰা পদ সমূহৰ পৰা জনা গল যে, বৈষ্ণৱে আগমি ভক্তি, গোপী খেলাদি ভক্তি আৰু সপ্ত সুৰাপান কৰিব নাপায়। এওঁবিলাক লোক নৰকলৈ গৈ উপজি মৰি নৰক যন্ত্ৰণা ভোগ কৰিব।

—— × ——

## *গোপীখেলা ভক্তি বৰ্জ্জন*

[ ব্ৰহ্ম বৈবৰ্ত্ত পুৰাণ ]

### *পদ*

কতেক কহিবো যম দূতৰ লক্ষণ।
আৰু শুনা প্ৰকাশ কৰিব ভক্তি যেন॥
ভকত সবত কৈব কথা গোপ্য কৰি।
তযু ঘৰে আছে যত জীয়ৰী বোৱাৰী॥
সবে অভকত চাহিবাৰ যোগ্য নাই।
জানিয়া আমাৰ পাশে দিবাহা পঠাই॥
এহি সূত্ৰ লগায়া আনিবে নাৰীগণ।
গোপ্য কৰি মিছা কথা কৰিবে কীৰ্ত্তন॥

হৃদয় কোমল চিত্ত প্ৰেম উপজয়।
তোমাসাৰ ভক্তিত ঈশ্বৰ তুষ্ট হয়॥
কৃষ্ণ সমে বৃন্দাবনে ৰাস আচৰিলা।
কতিপয় দিনে আসি জনম লভিলা॥
ভগৱন্ত ভকতক ভিন্ন নাভাবিবা।

*　　*　　*　　*

আমি পিতৃ তোৰাসব দুহিতা সমান॥
তোমাসাক আমি দেখো প্ৰাণ সম॥
আমাৰ আগত ওৰণীৰ কিবা কাজ।
ভক্তিৰ ইচ্ছাই আসি কৰা কিয় লাজ॥
এহি বুলি মাথাৰ ওৰণী গুচাৱন্ত।
গোপী সকলৰ দেহা গুটি দেখিলন্ত॥
নাক কান চক্ষু মুখ আৰু হাত পাৱ।
স্তন গুপ্ত অঙ্গ আদি ইন্দ্ৰিয় নানা ভাৱ॥
বৈষ্ণৱে আলিঙ্গি চাপি হেতিয়া ধৰিব।
বাহ্য অভ্যন্তৰে দেহা শুদ্ধ হৈব॥
মায়াময় পতিক তেজিয়া গোপীগণ।
নিৰ্গুণ কৃষ্ণক স্বামী ভজিলা যতন॥
এহি আৰ্য্যা ধৰি ভক্তে চপায়া ধৰিব।
ৰামাতুৰ হৈয়া সিটো গোপীক ভজিব॥
ৰামমতী হৰিমতী বুলি মাতিবন্ত।
ৰামপ্ৰিয়া হৰিপ্ৰিয়া নামক থৈবন্ত॥

কৃষ্ণমতী সুন্দৰী মাধবী নাম থৈব।
কতো জনী প্ৰেমত ৰাধিকা নাম দিব॥
এহিমতে ভণ্ডামী পাতিব ভক্তি খেলা।
ধান্দাজ্ঞান প্ৰকাশিয়া জীৱক নাশিব॥
ব্ৰহ্ম বৈবশ্বৰ পদ শুনিয়ো সৰ্ব্বজন।
ইসব ভক্তিত কেহো নিদিবাহা কাণ॥
নতৰয় যাতনা জীৱৰ সুখ নাই।
যমপুৰৰ দায় সিটো কাচিতো নেৰাই॥
হৰি ৰূপ হৃদয়ে মুখত হৰি নাম।
তৰিবা সংসাৰ সুখে বোলা ৰাম ৰাম॥

মন্তব্য—গোপীখেলা ভক্তি কৰা লোকবিলাক নৰকলৈ যাব।

—:০:—

# বৃহৎ পাষণ্ড দমন

## দ্বিতীয় খণ্ড

---

### কর্ম্মকাণ্ড আৰু কর্ম্মকাণ্ডী বামুন বর্জ্জন

[ গুপ্তসাৰ— শ্ৰীশ্ৰী৺শঙ্কৰদেৱ কৃত ]

### দুলৰি

দেৱাদিৰ নাম লয় যিটো পাপী দুৰাশয়
তাৰ পূজা নকৰো গ্ৰহণ।
দেৱতাক শ্ৰেষ্ঠ কৰি মোক মানে ভিন্ন কৰি
শুদ্ধি নোহে দেৱ বুদ্ধি মন॥
যিটো দুষ্ট দুৰাশয় অন্য দেৱতাৰ লগে
মোক অর্পি পূজাক কৰয়।
দেৱতাৰ সম কৰি মোক মানে ভিন্ন কৰি
বিধিমতে পূজাক কৰয়॥
যিটো পাপী পূজা কৰে পুষ্পদানে বজ্ৰপৰে
শৰীৰত মোহোৰ নিশ্চয়।

পূজাক নলও তাৰ নানা দ্রব্য উপহাৰ
গোমাংস সদৃশ হোৱয় ॥
নাহিকে কৈল্যাণ তাৰ অসংখ্য পুৰুষ ঋষি
নৰকত পৰিবে নিশ্চয় ।
অনেক জন্মৰ পুণ্য নাশী আত্মঘাতী হৈয়া
ভৱকূপে ভ্রমিয়া ফুৰয় ॥
যিটো ভক্ত বিপ্রে মোৰ বিধিমতে পূজা কৰে
তাৰ পূজা লও মহাশয় ।
তাতে মই তুষ্ট হওঁ সংসাৰৰ দ্রব্য পাওঁ
বশ্য হওঁ সেৱক স্বভায় ॥

[ গুৰু চৰিত্র ]

( শ্রীশ্রী৺শঙ্কৰদেৱে ভকতসকলক শ্রাদ্ধৰ নির্ণয় কৈছিল )

**পদ**

মৃতাহ তিথিত নাম গাবা পৰিপাতি ।
ইষ্ট মিত্র বন্ধুবর্গ আনিবাহা মাতি ॥
প্রসঙ্গ কৰিয়া হীৰা কীর্ত্তন কৰিব ।
তাৰ পাছে তাল খোল মৃদঙ্গ বজাব ॥

নতুৱা নাচিব ওজা গিয়াহ গাইব।
পাছে দান দ্ৰব্য দিয়া সবাকো তুষিব।
ব্ৰাহ্মণ বৈষ্ণৱ মিত্ৰ কুটুম্বাদি যত।
নিমন্ত্ৰিয়া ভুঞ্জাইবে লাগয় সমস্ত॥
ভাৱনা সবাহে অহোৰাত্ৰক বঞ্চিব।
তিৰোভাৱ তিথি এহি ৰূপে সমাপিব॥
যাহাৰ নাহিকে ধন ধান্যাদি বিভূতি।
নাম গায়া ভুঞ্জাইবে বৈষ্ণৱ এগুটি॥
নামে ৰতি নামে গতি নামতে মুকুতি।
ভকতৰ নামে পিণ্ড নামে মাত্ৰ গতি॥
নামে নাতাৰিলে জীৱ আক কোনে তাৰে
শ্ৰাদ্ধ কৰি কোনে কাক তাৰিবাক পাৰে॥
শ্ৰাদ্ধত বিশ্বাস কৰি নাম যিটো এৰে।
সিটো জনে আপোনাক আত্মঘাত কৰে॥
কাৰ শ্ৰদ্ধা কোনে কৰে শ্ৰাদ্ধ কোনে খায়।
কেৱল দ্বিজৰ মাত্ৰ জীৱিকা উপায়॥

[ গুৰু চৰিত্ৰ— ৰামচৰণ কৃত ]

*পদ*

ৰাজা, স্ত্ৰী কৰ্ম্ম-কাণ্ডী ব্ৰাহ্মণ সবৰ।
কদাচিতো গুৰু আমি নোহো ইসবৰ॥

কৰ্ম্মকাণ্ডী বিপ্রে প্রেত কাৰ্য্যক কৰয়।
প্রেতৰ উছৰ্গা বস্তু আনিয়া ভুঞ্জয় ॥
এতেকে অধৰ্ম্মী সিটো পৰম দুৰ্ম্মতি।
ইহ পৰলোক তাৰ নাহি নাহি গতি ॥

---

## *নিবৃত্তি মতে কৰা শ্ৰাদ্ধ*

### *পদ*

শ্রাদ্ধৰ নিমিত্তে মাধৱে কৈলা মহোৎসব।
কওঁ শুনা হেন কথা কৰিয়া উৎসৱ ॥
চাউল ডালি কল তাম্বুল উপহাৰ।
একঠাই কৈলা আনি নৈবেদ্য সম্ভাৰ ॥
কৃষ্ণৰ কীৰ্ত্তন গাইলা ভকতে হৰিষে।
শুনন্তে কৰ্ণত যেন অমৃত বৰিষে ॥
অনন্তৰে নামৰ কীৰ্ত্তন ভক্ত কৈলা।
মাধৱে আপোন হাতে দক্ষিণা কৰিলা।
প্রথমে দিলন্ত গুৰু শঙ্কৰ দেৱক ॥
তাৰ পাছে দিলা ৰাম ৰাম বামুণক।
এহিমতে সমস্তকে দক্ষিণা কৰিল।
সভা বিসৰ্জ্জিয়া সব গৃহ চলি গৈল ॥

শ্ৰীশ্ৰীশঙ্কৰদেৱে বামুণবিলাকক শ্ৰাদ্ধ বিধি কৰিবলৈ মানা কৰাত, বামুণবিলাকে এই কথা অসম ৰজাক জনালে। তেতিয়া ৰজাই উভয় পক্ষক বিচাৰলৈ মাতি পঠিয়ালে।

এহি কথা দুৱাৰীয়ে ৰাজাত কহিল।
শ্ৰাদ্ধ কাক বোলে বুলি ৰাজায়ে পুছিল॥
দুৱৰা বোলয় মৰাক বঢ়াৱে যত যত।
গুৱাপান দুগ্ধ চাউল কল আৰু বস্ত্ৰ॥
তাক নিয়া সব পাছে বামুণে ভুঞ্জয়।
শ্ৰাদ্ধ বুলি বামুণসকলে তাক কয়॥
শুনিয়া অসম ৰজাৰ কোপ মন।
মৰাক বঢ়োৱা চাউল কৰয় ভোজন॥
কাউৰীৰ কায়াসম চুইবে নালাগয়।
শঙ্কৰে কৰিবে কাম ভালেতো নেদয়॥

এই বুলি ৰজাই বামুণবিলাকক খেদি দিবলৈ হুকুম কৰাত, বামুণবিলাকে লাজ পাই ঘৰা-ঘৰি গ'ল। শঙ্কৰদেৱক ৰজাই বিস্তৰ প্ৰশংসা কৰি, সম্মানেৰে বিদায় দিলে।

[ ভক্তি ৰত্নাৱলী—শ্ৰীশ্ৰীমাধদেৱ ]

দেৱ ঋষি ভূত আপ্ট কুটুম্ব জনৰ।
উপজিলে তাসম্বাৰ ঋনী হোৱে নৰ॥

হোমে দেৱঋণ সুজে তৰ্পণে ঋষিৰ ।
বলিদানে ভূত শ্ৰাদ্ধ আদিয়ে পিতৃৰ ॥
সমভাৱে সুহৃদ সবৰ সুজে ঋণ ।
এহিমতে ঋণী সদা ভকতি বিহীন ॥
কায়োমনো বাক্যে কৰি নিশ্চয় যিজন ।
ঈশ্বৰৰ চৰণত পশিল শৰণ ॥
তাৰ ঋণ সুজা সবে গৈল সমস্তৰ ।
নুসুজিয়ো ঋণী নোহে সিটোজন আৰ ॥

( বুঢ়াভাষ্য— শ্ৰীশ্ৰী৺ৰাম চন্দ্ৰ কৃত )

**দুলৰি ।**

শুনাহা মাধৱ মন কৰি স্থিৰ
ওপৰ যুগুতি কথা ।
ব্ৰাহ্মণে পূজয় মন্ত্ৰ অভিষেকী
ফুলে পুষ্পে দিবে তথা ॥
সুবৰ্ণ থালত দিবে পঞ্চামৃত
তাতো তুষ্ট নোহে হৰি ।
সেহি স্থানে হৰি নাথাকন্ত ৰহি
বৈকুণ্ঠক যায় লৰি ॥
চাণ্ডালে পূজয় চাউল যদি দিয়া
কৃষ্ণ বুলি উচৰ্গিব ।

হৃদয় মধ্যত অভয় গুৰুক
একান্ত মনে ধৰিব ॥
তাহাত আসিয়া ব্ৰাহ্মণ মিলয়
একোৰে ফল নধৰে ।
ব্ৰাহ্মণক মান্য কৰিয়া বৈসাই
অধোমুখে নৰ্কে পৰে ॥
গীতাৰ টীকাত অৰ্জ্জুন আগত
কহি আছে দামোদৰ ।
পদ্ম পুৰাণত নিৰূপি আছন্ত
শুনিয়োক. সাধু নৰ ।

## পদ

এককোটি বামুণক কৰালে ভোজন।
তথাপিতো নুঠে ইটো ঘণ্টাৰ বাজন ॥
ভক্ত চাণ্ডালক যেবে কৰাৰে ভোজন।
প্ৰতি গ্ৰাসে গ্ৰাসে উঠে ঘণ্টাৰ বাজন ॥
নৈবেদ্য ভূঞ্জোহো মই ভক্তৰ বদনে।
ব্ৰহ্মাৰ আগত হৰি কৈলা বিদ্যমানে।

[ পদ্ম পুৰাণ—সৰ্ব্বভৌম ভট্টাচাৰ্য্য কৃত ]

**পদ**

জানিবাহা বিধি কলি যুগে ব্ৰাহ্মণৰ
ব্ৰহ্ম তেজ নষ্ট হব জানা সৃষ্টিকৰ ॥
উত্তৰি নবগুণ চিহ্ন আমাত বিমুখ।
এৰিবেক জাতি কুল পাব মহা দুখ ॥
ব্ৰহ্ম বিক্ৰয়ক কৰি নাম দান লৈব।
মোহোক নভজি আন দেৱক ভজিব ॥
লোকত কহিব আমি শ্ৰেষ্ঠ দ্বিজবৰ।
তাহাঙ্ক পণ্ডিত মানিবেক অজ্ঞানৰ ॥
গুৰু বোলাই ফুৰিবেক পাষণ্ডৰ নয়।
ধান্দাজ্ঞান দেখাইবেক লোকক নিশ্চয় ॥
সেহি বিপ্ৰ চাণ্ডালতো ধিক অধম দুৰ্জ্জয়।
তাৰ উপদেশ লৈয়া আনো নষ্ট হয় ॥
অজ্ঞানত থাকি যদি উপদেশ লয়।
শিষ্য সমন্বিতে সিটো নৰকে পৰয় ॥

[ হংসকাকী ]

( নাৰায়ণে ব্ৰহ্মাক কৈছিল )

**পদ**

হৈবেক খলুৱা মহা বামুণ গণ যত।
পূজা মন্ত্ৰ বিধি কিছু নচলে কলিত ॥

হৰি নাম বিনে সব হৈবেক বৰ্জ্জিত।
মিলিব মৰক যত দুৰ্ভিক্ষ লোকত॥

*　　*　　*

মহন্তৰ মুখে শুনা এক মাত্র নাম।
তৰিবা কলিত সুখে বোলা ৰাম ৰাম॥

[ পদ্মপুৰাণ আৰু ৰুদ্রযামাল ]

*পদ*।

আদি সত্য যুগে লোক অতি শুদ্ধাশয়।
বিষ্ণুৰ পাৰক মাত্র সবেও চিন্তয়॥
চতুৰ্ভুৰ্জ হৈয়া লোকে বৈকুণ্ঠে চলয়।
হেন দেখি যম ৰাজা অসন্তোষ হয়॥
মাধৱৰ আগে গৈয়া বুলিলা বচন।
হে প্রভু শুন্য ভৈল সঞ্জম ভুবন॥
হেন শুনি হাসি হৰি মাতিলা যমক।
ভালমতে আচৰিবা মোহোৰ বাক্যক॥
তাৰ পাছে মহাহৰি মনে আলোচিয়া।
কহিলন্ত কথা সব হৰক মাতিয়া॥
কৃষ্ণে বোলে শিৱ মোৰ ৰাক্য শুনিয়োক
কৰিয়া আগম শাস্ত্র মোক ঢাকিয়োক॥
মোক নভজিয়া লোকে দেৱক ভজোক।
সকামী দেৱক ভজি নৰকে মজোক॥

হৰে বুলিলন্ত প্ৰভু তুমিসে পৱিত্ৰ।
ভৃত্য হৈয়া স্বামীক কৰিবো অপৱিত্ৰ ॥
মোত সিজিবেক অতি অমোচন পাপ।
আত্মাঘাতী হৈলে কোনে কৰিব মোচন ॥
বিষ্ণু বোলে মোৰ নাম সহস্ৰ জপিবা।
এহিমতে সিটো পাপ সমস্ত তৰিবা ॥
এহিমত ধৰি নৰে দেৱক পূজয়।
হংস ছাগ কাটি বলি বিধান কৰয় ॥
যুগধৰ্ম্ম এৰি কতো কৰে মদপান।
তৰিবো বুলিয়া ব্ৰাহ্মণক দেই দান ॥
এহিমত ধৰি লোক মাত ভৈল ভণ্ড।
মৰিল মাত্ৰকে যমৰাজা কৰে নানা দণ্ড ॥

* * * *

পথত চলন্তে পাছে নাৰদে দেখিলা।
শুনা মহাদেৱ তুমি কি কাম কৰিলা ॥
যমপুৰে লোক গৈলেন্ত অপাৰ।
মৰি মৰি যাতনা ভুঞ্জয় বাৰম্বাৰ ॥
এহি বুলি দেৱঋষি গৈল আন থাওঁ।
হৰে শুনিলন্ত পাছে পাতকীৰ বাওঁ ॥
মহামৰ্ম্ম শিৱৰ অগনি জ্বলি গৈল।
কৃষ্ণৰ আগত হৰে বিনাইবাক লৈল ॥

তোমাৰ আজ্ঞাত প্ৰভু আগম কৰিলো !
জগত নৰকী ভৈল সমূলি মৰিলো ॥
হেন শুনি কৃষ্ণে পাছে বুলিলন্ত বানী ।
মোহোৰ বচন আবে শুনা শূলপাণি ॥
তোমাৰ শঙ্কৰ নাম হৈবেক আমাৰ ।
আমাৰ মাধৱ নাম হৈবেক তোমাৰ ॥
কুসুমৰ ঘৰে জন্ম নামত শঙ্কৰ ।
চাৰি সংহতিৰ ধৰ্ম্ম কৈবো নিৰন্তৰ ॥
নামে সন্ত মাধৱ যে জন্ম হৈবা তুমি ।
অসম দেশত ধৰ্ম্ম প্ৰচাৰিবো আমি ॥
কালপুৰে যিটো কৰি আছন্ত বিহাৰ ।
শ্ৰীগোপাল নাম ধৰি হব অৱতাৰ ॥
তাঙ্ক সেবি লোক সব তৰিব বিস্তৰ ।
কালজৰীয়া নাম হৈব তান শ্ৰেষ্ঠতৰ ॥
কালপুৰৰ পৰা প্ৰভু অনন্ত আসিবন্ত ।
শ্ৰীযদুমণি নাম ধৰি ধৰ্ম্ম পালিবন্ত ॥
ভৱানী পুৰত আসি গোপালৰ স্থানে ।
বাৰ ভাতা সমে মিলি ভকতি বখানে ॥
গজলা বুলিয়া যাক জানিবা নিশ্চয় ।
গ আদ্য কৰি যিটো চৰি নাম হয় ॥
বৰ যদুমণি আৰু অনিৰুদ্ধ দুইজন ।
শ্ৰীনাৰায়ণ অংশে হৈব দুয়োজন ॥

কলিত কীৰ্ত্তন বিনা আন গতি নাই।
তাক নাচৰিলে লোক নৰকক যাই॥
শ্ৰীশঙ্কৰ মাধৱ গোপাল যদুমণি অনিৰুদ্ধ।
একে কলেৱৰ জানা শাস্ত্ৰত প্ৰসিদ্ধ॥

---

পাণ্ডৱী গীতা, বিষ্ণু ৰহস্য, ব্ৰহ্ম পুৰাণ, গৰুড় পুৰাণ. পদ্ম পুৰাণ, ধৰ্ম্ম পুৰাণ, দেবী পুৰাণ, শিৱ পুৰাণ বামণ পুৰাণ ভাগৱত, মহাভাৰত, জৈমুণি ভাৰত, বিষ্ণু পুৰাণ, ব্ৰহ্ম ৰহস্য নীল কৰ্ণামৃত, উদ্ধ-ম্নায় তন্ত্ৰ, নৃসিংহ পুৰাণ. বায়ু পুৰাণ, ভবিষ্য পুৰাণ, আদি পুৰাণ, নাৰদ পঞ্চৰাত্ৰ, হৰি ভক্ত কল্পলতা, স্কন্দ পুৰান আদিতো ঈশ্বৰ মাহাত্ম্য আৰু বৈষ্ণৱ মাহাত্ম্যৰ কথা কৈছে।

[ ভক্তি ৰত্ন গ্ৰন্থ—ৰাম চৰণ কৃত ]

**পদ**

শঙ্কৰে বোলন্ত তুমি যি কথা পুছিলা।
ভক্ত দ্ৰেহী গুৰু দ্ৰোহী হৰি দ্ৰোহী শিলা॥
প্ৰথমতে গুৰু দ্ৰোহাৰ শুনিয়ো লক্ষণ।
মই ব্ৰহ্ম গুৰু মই শিৱ সনাতন॥
দেখাইবে মোকেসে গুৰু সবে জগততে।
মইসে অভয় ব্ৰহ্ম জানিবা মনতে॥

যিটো মন্দ মতি মহা ঐশ্বৰ্য্যক পাই।
মোহোক ধাকিয়া অন্যমত প্ৰৱৰ্ত্তাই॥
লৈখে গুৰু তাক যিটো মহা মন্দমতি।
অভ্যন্তৰে অন্যদেৱতাত হৈব ৰতি॥
আমি গুৰু তাৰ কৰ্ণ গোচৰত নাই।
গুৰু ব্ৰহ্ম দ্ৰোহী সিটো কহিলো বুজাই॥
আৰু কহো পৰম ব্ৰহ্ম কৃষ্ণ বুলি যাক।
ভজয় তাহাক এৰি অন্য দেবতাক॥
কৰয় উপাসা সিটো অন্য দেৱতাক।
হৰি দ্ৰোহী বুলি ভাগৱতে কহে তাক॥
কহিলো তোমাত হৰি গুৰু দ্ৰোহী যিটো।
লক্ষ কোটি কোটি কল্পে গতি নাপাই সিটো॥
মোহোৰ অন্তৰ সিটো বাজ ভকতৰ।
তাৰ উপদেশে নতৰয় একো নৰ॥
নৰকে বিশ্বাস নাম ধৰ্ম্ম নাচৰয়।
সেহি দ্ৰোহী অহঙ্কাৰী জানিবা নিশ্চয়॥
মোৰ ভকতক নিন্দে যিটো দুষ্ট জন।
লাঠি চৰ চুলে ধৰে যিটো দুষ্ট জন॥
সত্যে সত্যে সিটো জন মোৰ দ্ৰোহী।
ভুঞ্জি থাকে নৰ্ক সিটো যাতনা নিগ্ৰোহী॥

মন্তব্য— ওপৰত উল্লেখ কৰি অহা পদ সমস্তিৰ পৰা জনা গ'ল যে, বৈষ্ণৱে কৰ্ম্মকাণ্ডৰ বিধি মতে,

হোম শ্ৰাদ্ধাদি কৰ্ম্ম বিলাক কৰিব নাপায়। কৰ্ম্ম-কাণ্ডী বামুণকো মান কৰি বহুৱাব নাপায়! যি সকামত কৰ্ম্মকাণ্ডী বামুণ থাকে সেই সকামত ঈশ্বৰ তুষ্ট নহয়। বৈষ্ণৱে কৰ্ম্ম কাণ্ডৰ বিধিমতে যেই সকামকে কৰক তাৰ উদ্দেশ্যে দিয়া বস্তুবোৰ অপবিত্ৰ হয়।

কৰ্ম্মকাণ্ডী লোক বিলাক নৰ্কগামী হব। কৰ্ম্মকাণ্ডী বৈষ্ণব আৰু কৰ্ম্মকাণ্ডী বামুণ বৰ্জ্জনীয়; কিন্তু জ্ঞান-কাণ্ডী বামুণ বৰ্জ্জনীয় নহয়।

---

# বৃহৎ পাষণ্ড দমন

## তৃতীয় খণ্ড

### বৈষ্ণৱ ধৰ্ম্মত নিবৃত্তি মাৰ্গ

[ আত্ম দশম ]

### দুলৰি

কৃষ্ণ কৃষ্ণ নাম যিজনে সুমৰে
তাহাৰ প্ৰসন্ন মনে ।
নৰকৰ পৰা তেখনে স্বৰ্গক
উঠায় নিয়ে বিমানে ॥
দধি দুগ্ধ মধু ধৰায়ে বহয়
পিতৃ পিয়ে পেট ভৰি ।
তৰিলো তৰিলো বুলিয়া নাচয়
অনেক আনন্দ কৰি ॥
পুত্ৰসমে পাছে বৈকুণ্ঠক উঠে
চতুৰ্ভুজ ৰূপধৰি ।
কৃষ্ণৰ কিঙ্কৰে কহে নিৰন্তৰে
ডাকি বোলা হৰি হৰি ॥

[ বৈষ্ণৱ ধৰ্ম্ম ]

## পদ

হৰিসে পৰম গতি ভকত জনৰ ।
শুনিয়ো বৃত্তান্ত অভকত মনুষ্যৰ ॥
ৰান্ধে গৰু মাংস চাণ্ডালিনী সুৰা দিয়া ।
মনুষ্যৰ মুণ্ডে আছে তাহাঙ্ক ঢাকিয়া ॥
পুছিলন্ত ইন্দ্ৰে আতি দেখি বিপৰীত ।
তাত কৰি কোন বস্তু আছে অপবিত ॥
চাণ্ডালিনী বোলে ইন্দ্ৰ কথা নতু বুজা ।
হৰি বিনে কৰে যিটো আন দেৱ পুজা ॥
তাহাৰ চৰণ ধূলি পৰিবাৰ ভৱে ।
জানি আমি দিলো আনি ঢাকন ওপৰে ॥
হেন শুনি ইন্দ্ৰে তাইক বচনে সাদৰি ।
ৰথে চৰি লৰি গৈল আপোন নগৰি ॥

[ বৈষ্ণৱা মৃত ]

## দুলৰি

প্ৰবৃত্তি নিবৃত্তি শাস্ত্ৰ দুইভিতি
বেদৰ বিহিত কাম ।
নিবৃত্তি মাৰ্গত চলাহে যুগুত
মাত্ৰ তাত হৰি নাম ॥
প্ৰবৃতি মাৰ্গত পূজা অন্তৰ্গত
দেৱতা সমস্ত কৰে ।

নাই নিবৃত্তিত বাহিৰে কৃষ্ণৰ
পূজা অৰ্চ্চনাত পৰ ॥
সংসাৰ সাগৰে বিষ্ণুৰে নামৰ
বাহিৰে তৰণ নাই।
কলিৰ কালত লোক সমাজত
তাকেসে বিলালো মই ॥

[ দশম ]

বৈষ্ণৱ নিন্দক সুচকক বিষ্ঠা লুটা গ্ৰাম্য শুকুৰক
বিধতা দুইকো স্ৰজিলন্ত নিৰন্তৰে।
সুচাক জানিবা নিৰন্তৰে সাধু সমস্তকে শুদ্ধ কৰে
যিমতে শুকুৰে গ্ৰাম্য শোধন কৰে ॥
মৃগ মীন মহা সাধু নৰে প্ৰাণৰ সন্তোষে তৃন জলে
হিংসা শূন্য হৈয়া থাকয় জীৱন ধৰি।
তথাপিতো ইটো ত্ৰিতয়ৰ কৈবৰ্ত্ত পিশুন ব্যাধ সব
ইটো জগতৰ তিনি অকাৰণে বৈৰী ॥

[ ভক্তি প্ৰদীপ— শঙ্কৰদেৱ কৃত ]

***পদ***

অনাচাৰ কবি অপৰাধী মোৰ হুহি।
আন দেৱতাক পূজে সেহি মোৰ দ্ৰোহী ॥
মহমোক্ষদাতা দাতা মোত পৰে নাহি কেৱ।
তথাপিতো তেজি মোক ভজে আন দেৱ ॥

যিটো মহা ম্লেচ্ছ খায় কুকুৰক মাৰি।
তাতো কৰি অপবিত্র সিসে অহঙ্কাৰী॥
দেখি বুৰ দিব লাগে নাহি তাত ছিদ্র।
চাণ্ডালৰো অস্থুয়া হেনসে অপবিত্র॥
মই নিজ পিতৃক কৰিল অবমান।
ব্রহ্মাণ্ডত নাহি পাপী তাহাৰ সমান॥

[ বৈষ্ণৱ ধৰ্ম্ম ]

এজন বামুণে ইন্দ্রৰ পূজা কৰি থাকোতে চাণ্ডালিয়ে তেওঁক সুধিলে। "বাপ্ ! আপুনি কাৰ পুজা কৰিছে ?" তেতিয়া বামুণে "সকলো দেৱৰ ৰজা ইন্দ্রক পূজা কৰিছো বুলি কৈছিল।" তেতিয়া —

## দুলৰি

শুনি চাণ্ডালিনী বিষ্ণুক স্মৰিল
বৃদ্ধাঙ্গুষ্ঠে কৰ্ণ চুইলা।
বিপ্রৰ দুৰ্ঘোৰ কৰ্ম্ম দেখি সিটো
চাণ্ডালী বিস্ময় ভৈলা।
মোত মহাপাপ সিজিল বুলিয়া
বিষ্ণু বিষ্ণু স্মৰি ৰৈলা॥
আনদেৱতাক পূজি গৈলা চাৰ খাৰে।
আৰ দুৰ্ভাগ্যক কোনে বৰ্ণাইবাক পাৰে॥

সৰ্ব্বদেৱ তুষ্ট হয় কৃষ্ণক পূজনে ।
কহে হেন উপনিষদ মন্ত্র গণে ॥
ইয়ো বেদ বাক্যক লঙ্ঘিলে দুৰাচাৰ ।
কৃষ্ণতো অধিক বোলে ইন্দ্রেসে আমাৰ ॥
কিনো দিন মণ্ড আজি মিলিল অসুখ ।
সাক্ষাতে দেখিলো হৰি বিমুখৰ মুখ ॥
পৰম অধৰ্ম্মী দ্বিজ ইয়াৰ আলাপে ।
ভৈলো অপবিত্ৰ মোক পৰশিলে পাপে ॥
সঞ্চৰিল অক্ষয় পাপক অধোগামী ।
এহি বুলি গঙ্গাত স্নানিলা জলে নামি ॥

এই বুলি চাণ্ডালীয়ে গঙ্গাত নামি ১০৮ বাৰ বিষ্ণুক নাম ধ্যান কৰে। এনে সময়ত চাণ্ডালীক নাৰদে কাৰণ সুধিলে। চাণ্ডালীয়ে কৰলৈ ধৰিলে—

*পদ*

শুনা মুনি সৰ্ব্ববেদ শাস্ত্ৰৰ সম্মত ॥
কৃষ্ণসে পৰমদেৱ সংসাৰতে সাৰ ।
পাতকীয়ো তৰে মাত্ৰ নাম লৈলে যাৰ ॥
তাক এৰি যিটো আন দেৱতাক পূজে ।
পশুতো অধিক সিটো একোকে নুবুজে ॥
হেন পাষণ্ডৰ সঙ্গে কৰিলো আলাপ ।
এতেকে সিজিল মোত অমোচন পাপ ॥

হেন শুনি নাৰদে তাইক বচনে সাদৰি।
বীণা বাই চলি গৈল আপোন নগৰী ॥

বেদৰ বিহিত কৰ্ম্ম কৰিবাক
ভকতৰ যুগ্য নুই।
যদি মোহ হৈয়া কৰে ধৰ্ম্ম কৰ্ম্ম
ভকতিত ভ্ৰষ্ট হুই ॥
যজ্ঞ দান জপ হোম তীৰ্থ ব্ৰত
মহাযোগ জ্ঞান বল।
বত্ন মন্ত্ৰে কহে ভকত জনৰ
সবেয়ো পূণ্য বিফল ॥
বেদ বাক্য দেখা পাষাণৰ ৰেখা
জানিয়া ডৰাইবা চিত।
আন দেৱ তেজি মোক মাত্ৰ ভজি
তুমি হৈবা কৃত কৃত্য ॥

[ নাম ঘোষা— মাধৱ দেৱ কৃত ]

**দুলৰি**

যাৰ পুত্ৰ সবে ঐত হৰিত শৰণ লৈয়া
হৰি গুণ গায়ে শুদ্ধ ভাৱে।
দধি দুগ্ধ ঘৃত মধু নদীৰ জলক পীয়া
পিতৃগণে তৃপিতিক পাৱে ॥

শাস্ত্র মত এৰি যি কথা কৰয়
কেৱলে পাষণ্ড নয়।
আছোক কৃষ্ণক পাইবে কদাচিতো
স্নুগুচে সংসাৰ ভয়॥

ঈশ্বৰ কৃষ্ণক যিটো অন্য দেৱতাৰ সম
বোলয় অধম মূঢমতি।
চৌৰাশী নৰক ভুঞ্জি পাপৰ যোনিত সিটো
অবশ্যে হৈবেক উতপতি॥

মহা পুৰুষৰ চৰিত্র গ্রন্থক
স্নুশুনিলে সাৱধানে।
মহা অন্ধ হৈয়া সংসাৰত ভ্রমি
নৰকত পচি মৰে॥

বিষয় সম্বন্ধ সুখ সমস্ত যোনিত পায়
হৰি সেৱা একো স্থানে নাই।
হৰিৰ সেৱাৰ যোগ্য কেৱলে মনুষ্য তনু
জানি ফুৰা হৰি গুণ গাই॥
লভিয়া মনুষ্য তনু যি সব পণ্ডিত নৰে
নসাধিলে গতি আপোনাৰ।

কোটি জনমক লাগি সংসাৰ সাগৰে মজি
ফুৰিবেক ভুঞ্জিয়া নিকাৰ ॥

মহেশে সেৱন্ত যাক হেন হৰি বিনে আন
আন কোন দেৱ আছে আৰ।
ব্ৰহ্মা আদি দেৱগণে নিশ্চল সম্পত্তি মনে
লক্ষ্মীক সেৱন্ত তপ কৰি ॥
লক্ষ্মীয়ো সেৱন্ত যাক হেন মহেশ্বৰ বিষ্ণু
আন কোন দেৱ তাঙ্ক সৰি॥
সমস্ত বেদৰ সাৰ শ্ৰীভাগৱত শাস্ত্ৰ
ইয়াৰ অমৃত ৰস পাই।
পৰম সন্তোষে পান কৰিল যিজনে তাক
অন্যত্ৰ ৰসত ৰতি নাই ॥

[ কীৰ্ত্তন— শঙ্কৰদেৱ কৃত ]

*পদ*

কু ৰ গৰ্দ্দভ শৃগালৰো আত্মা ৰাম।
জানিয়া সবাকো তুমি কৰিবা প্ৰণাম ॥
বিশেষত মনুষ্যগণত যিটো নৰে।
বিষ্ণু বুদ্ধি ভাৱে মান্য সৰ্ব্বদায়ে কৰে॥
ইৰিষা অসূয়া তিৰস্কাৰ অহঙ্কাৰ।
সবে নষ্ট হৈবে তেবে তাহ্নক্ষণে তাৰ ॥

সমস্ত প্ৰাণীক দেখিবেক আত্মা সম।
উপায় মধ্যত ইটো অতি মধ্যতম ॥
পুহনীয়া কুকুৰকো দেখে প্ৰাণ সম।
কৈবৰ্ত্ত বনীয়া আদি বিষ্ঠাতো অধম ॥

চাৰিও বেদক ব্ৰহ্মায়ে আনি।
বিচাৰিলা তিনি বাৰ প্ৰমাণি ॥
এহিমানে মাত্ৰ কৰিলা সাৰ।
হৰি কীৰ্ত্তনেসে তৰে সংসাৰ ॥

[ ভক্তি ৰত্নাৱলী— মাধৱদেৱ কৃত

*পদ*

এক বাসুদেৱতেসে কৰিবা ভকতি।
নকৰিবা আন একো দেৱতাত ৰতি ॥
ভকতি পথত এক দেৱ নাৰায়ণ।
শুনা আৰ হেতু সাৱধান কৰি মন।

দেৱতাসকলে কৃষ্ণক কৈছে—

চেনয় নিৰ্গুণ তুমি পৰম ঈশ্বৰ।
মায়াৰ অধীন আমি দেৱতা অপৰ ॥
তোমাক এৰিয়া লৱে আমাত শৰণ।
তাত পৰে নাহিকে পৰম অজ্ঞ জন ॥

যেন কোনো জনে কুকুৰৰ লাঞ্জে ধৰি।
যাইবাক ইচ্ছায় অতি সমুদ্ৰক তৰি॥
তাৰ কদাচিতো নোহে সমুদ্ৰ তৰণ।
সিকাৰণে লৈয়ো অধীশ্বৰত শৰণ॥

এতেকেসে স্ত্ৰী শূদ্ৰ আদি ভক্ত চয়।
নকৰন্ত কতো হন্তে অনু মাত্ৰ ভয়॥
পৰম ঈশ্বৰ ভৈল যাহাৰ সহায়।
দেৱে বিৰিঞ্চি কৰি কিবা উকৰাইবে ছায়॥
ভকতক লঙ্ঘিবে নোৱাৰে একোজনে।
বিৰিঞ্চিৰ মুণ্ডত ভৰি দিয়া ফুৰে সুখে॥
সিটো মোৰ ভৈল দুলি প্ৰভু ভগৱন্ত।
সমস্ত ভয়ত তাক ৰাখিয়া ফুৰন্ত॥

[ ভক্তি ৰত্নাৱলী আৰু গুৰু চৰিত্ৰ ]

*পদ*

কৃষ্ণৰ পূজায় সমস্তৰ পূজা হয়।
পৃথকে পূজিলে পূজা কেহো নপাৱয়॥
যেন জল দান দিলে বৃক্ষৰ মূলত।
পাৱয় তৃপিতি তাৰ ডাল পত্ৰ যত॥
ডালে ডালে সিঞ্চে যদি মূলত নেদয়।
নোহয় তৃপিতি তাৰ ডাল পত্ৰচয়॥

নকৰে ভোজন ক্ষুধাতুৰ নৰে যাৱে।
বস্ত্র অলঙ্কাৰ নানা চন্দন পিন্ধাৱে ॥
তথাপি তৃপিতি নাই একো ইন্দ্রিয়ৰ।
প্রাণ তুষ্ট হৈলে তুষ্ট তোৱে নিৰন্তৰ ॥
সেহি মতে কৃষ্ণক আৰাধে যিটোজন।
ভৈল তাৰ সমস্ত দেৱত আৰাধন ॥
কৃষ্ণক নুপূজি যদি পৃথকে পূজয়।
নাহিকে কাহাৰো পূজা জানিবা নিশ্চয় ॥

[ গুৰু চৰিত্র— দৈত্যাৰি ঠাকুৰ কৃত ]

ব্যাস কলাই এজন বৈষ্ণবী বামুণ আছিল। তেওঁৰ এজন এজনকৈ তিনিজন পুত্র নৰিয়া পৰি ঢুকাল। চতুৰ্থজনো নৰিয়া পৰিল, তেতিয়া ব্যাস কলায়ে মিতিৰ কুটুম্বক চতুৰ্থ পুত্র বচাবৰ উপায় সুধিলে।

**পদ**

সবে ইষ্ট কুটুম্বে আলোচ কৰিলেক।
চপৰাত গৈয়া বৰদেৱ পূজিবেক ॥
এহি কথা ব্যাস কলাইত কহিলেক।
দিলে অনুমতি মহেশক পূজিবেক ॥
* * * *
কতোদিন অন্তৰে বিয়াস কলাই।
শঙ্কৰদেৱৰ স্থানে গৈলন্ত তুনাই ॥

বিয়াস কলাই আসে দেখিয়া শঙ্কৰে।
মহাপাপী বুলি মুখ কৰিলা পাঞ্জৰে ॥
সংসাৰত নাই পাপী ইয়াৰ সমান।
দেখিলে ইয়াক বুলিবাক লাগে ৰাম ॥
কৃষ্ণক ভজিয়া পাচে অন্য দেৱক পূজয়।
আছো তাক মাতিবে চাহি নালাগয় ॥

কিন্তু ব্যাস কলায়ে শিৱ পূজিয়ো চতুৰ্থ পুত্ৰক বচাব নোৱাৰিলে। শঙ্কৰদেৱে ঠাই নিদিয়াত ৰামৰায়ক খাটিলে। ৰামৰায়ে এই কথা শঙ্কৰক জনোৱাত শঙ্কৰ খঙত জ্বলি উঠিল আৰু ৰামৰায়ক এবছৰ বাদ দি থলে। পুনৰ ভকতসকলে শঙ্কৰক খটাত ৰামৰায়ক তেতিয়া জগৰ ভাঙ্গে।

ব্যাস কলায়ে শঙ্কৰদেৱৰ ওচৰত ঠাই নাপাই জগন্নাথ মহাপ্ৰভুৰ ক্ষেত্ৰলৈ গ'ল। তাতো জগন্নাথে ঠাই নিদিয়াত তিনি দিনৰ বাট ঘুৰি আহি ঢুকাল। এই বাটেদি আজিয়ো যাত্ৰী জগন্নাথ ক্ষেত্ৰলৈ নাযায়। কাৰণ জগন্নাথৰ মানা আছে।

( শ্ৰীশ্ৰীশঙ্কৰ গুৰুৰ লগত মধাবদেৱৰ তৰ্ক )

*পদ*

পাচে দুয়োজনে কথা কহিবে লাগিল।
উচ্চা উচ্চ দুইহান্তৰো সম্বাদ মিলিল ॥

দুই হাস্তো তোলন্ত শাস্ত্র দুই হস্তো থন্ত।
দুয়ো কথা কণ্ঠ দুই দুইক নামানন্ত॥
মাধৱে শাস্ত্রক দেখাই প্রবৃত্তি কহন্ত।
নিবৃত্তি দেখাই তাক শঙ্কৰে খণ্ডন্ত॥

মাধৱে প্রবৃত্তি ( আগম ) পথেৰে শঙ্কৰক জিনিব নোৱাৰিলে। মাধৱে সেই দিনাই দেবী পুজা এৰি শঙ্কৰক গুৰু মানি শৰণ ললে। শৰণ ভক্তি হৈছে নিবৃত্তি মাৰ্গ, এক ঈশ্বৰ উপাসনা।

[ ভাগৱত দ্বিতীয় স্কন্ধ — শঙ্কৰে কৈছিল। ]

আন দেবী দেৱ নকৰিয়ো সেৱ
গৃহকো নপশিবা তাৰ।
মূৰ্তিকো নাচাবা প্ৰসাদো নাখাবা
ভক্তি হব ব্যভিচাৰ॥

[ একাদশ ভাগৱত — শঙ্কৰ কৃত, কৃষ্ণে উদ্ধৱক কৈছিল ]

*পদ*

নকৰিবা সেৱা সখি আন দেৱতাক।
নাহি জানা ভক্তি আমাৰ ব্যতিৰেক॥
আন দেৱতাক যদি নেদে মতি।
মহা দুৰাচাৰে কৰে আমাত ভকতি॥

সেহিসে পৰম সাধু জানা মহাশয়।
যিহেতু আমাক মাত্র কৰিল নিশ্চয়॥
আন দেৱ ধৰ্ম্মক নাবাধে নকৰে স্বৰ্গ কাম।
নেৰে মুখে সুখে দুখে মোৰ গুণ নাম॥
এতেকে সুচোৱে পাপে পূণ্য কলেবৰ।
পৰম মুকুতি পাত্র হোৱে সিটো নৰ॥

একে মোতে মাত্র তুমি লৈয়োক শৰণ।
নকৰিবা ভয় মই কৰিবো ৰক্ষণ॥
সত্যে বোলো উদ্ধৱ বান্ধৱ মোৰ সম।
মোক যেবে নাজানে তেবেসে আন ধৰ্ম্ম॥

## ছবি

তুমি জপ যজ্ঞ দান, তুমিসে পৰম জ্ঞান
ঈশ্বৰ পুৰুষ সৰ্ব্ব সাক্ষী।
তথাপি তোমাক এৰি, ক্ষুদ্ৰ দেৱতাক ভজি
দিন দুপৰতে খায় আখি॥
ভকতি বিহীন যিটো তাৰ ধৰ্ম্ম কৰ্ম্ম সিটো
সবে বৃথা শাস্ত্রৰ সম্মত।
যি দেৱক কৰে আশ তাৰো আছে মৃত্যু ত্রাস
আনক ৰাখিবে কেন মত॥

## পদ

মোত মাত্র এক নিষ্ঠ মতি ভৈল যাৰ।
আন দেৱ ধৰ্ম্মক কৰয় পৰিহাৰ॥
মোত চিত দিয়া যিটো তেজি আছে মায়া।
নিচিন্তে প্ৰাণীৰ দ্ৰোহ নকৰে ভুত দায়া॥
সৰ্ব্ব ধৰ্ম্ম এৰি এক শৰণ সাক্ষাত।
সুহৃদ বিশ্বাসে সখি লৈয়োক আমাক॥
নাহি কিছু ভয় হেৰা কৰো অঙ্গীকাৰ।
সমস্ত পাপত মই কৰিবো নিষ্টাৰ॥
অৰ্জ্জুনত কহিলা এহিসে হৰি তত্ব।
ঈশ্বৰ কৃষ্ণৰ আবে লয়োক সম্মত॥
যিটো জনে যায় মাধৱৰ নাম ধৰি।
পাচে পাচে ফুৰে দেৱ দেবী স্তুতি কৰি॥
মুৰ্ত্তিমন্ত হৈয়া পাঞ্চ প্ৰকাৰে মুকুতি।
মোক লোৱা বাপ বলি কৰন্ত কাকুতি॥
মই বিনে বেদে কিছু আন নবখানে।
চাৰিয়ো বেদৰ তত্ব অৰ্থ এহিমানে॥
যাৰ যেন মতি কহে বেদক ব্যাখ্যান।
নিজ অৰ্থ ভকতিক তেজি বজে আন॥
কেহো বোলে কহে যতত ব্ৰতমান।
কতো বোলে ক্ষুদ্ৰ দেৱ পূজা তীৰ্থ স্থান॥
কতো বোলে জ্ঞানতেসে গতি।
গুণৰ ইচ্ছায়ে বুজে যাৰ যেন মতি॥

কতো মন্দমতি শাস্ত্র নকৰে বিচাৰ।
কৰে ধৰ্ম্ম কৰ্ম্ম পূৰ্ব্ব পুৰুষ আচাৰ॥
লৰে কতো তাক কৰি পাষণ্ডৰ মত।
যায় লোক নাপাৰে অধমে অধোগতি॥
নছাৰে কৰ্ম্মৰ শোক দুখ প্ৰতি দিনে।
কাহাৰো নাহিকে গতি ভকতি বিহীনে॥

[ ভক্তি ৰত্নাকৰ ]

( প্ৰবৃত্তি পথ নিন্দা )

**ছবি।**

আভ অনন্তৰে কথা প্ৰবৃত্তি পথক নিন্দা
শুনা সাধুসব সাৱধানে।
একাদশ স্কন্ধে কৃষ্ণে একবিংশ অধ্যায়ত
কৈলা উদ্ধৱৰ বিদ্যমানে॥
বোলন্ত শুনিলো যিটো প্ৰবৃত্তি পথক তুমি
বেদে তাক নিবাৰ কৰয়।
অনৰ্থৰ হেতু মাত্ৰ কেৱল প্ৰবৃত্তি পথ
কহো শুনিয়োক মহাশয়॥
বুলিবা স্বৰ্গাদি ফল শুনিবৰ প্ৰবৃত্তিত
কেনে বোলা তোৱে অৰ্থ নষ্ট।
ইয়াৰ উত্তৰ শুনা ফল শ্ৰুতি মাত্ৰ যিটো
সুহিকে পৰম পুৰুষাৰ্থ॥

বহিৰ্ম্মুখ মনুষ্যক নানা ফল দেখায় আনি
কৰ্ম্মতেসে গতি কৰায়য়।
ঔষধ পিয়াৰ অৰ্থে, পিতৃ যেনে চৱালক
ঘৃত লাৰু সন্দেশ যাচয় ॥
এহিমতে পুৰুষৰ বাক্যাত মজিয়া মন
তাতে অতি গৰ্ব্ব উপজয়।
নাহিকয় নম্রভাব, অতি উগ্ৰৰূপে ফুৰে
মোৰ কথা কৰ্ণে শুৰুচয় ॥
এতেকে মোহোৰ কথা শ্ৰৱণ নাহিকে যিটো
হোৱয় সংসাৰী সৰ্ব্বদায়।
প্ৰবৃত্তি পথত পৰ হোৱয় যিসব নৰ
কদাচিতো তাৰ মোক্ষ নাই ॥
প্ৰবৃত্তিত পৰে নৰে যাৰত কৃষ্ণৰ পায়ে
লৈয়া এক শৰণ নভজে।
কৰিল নিৰ্ম্মিত এই সংসাৰ গৰ্ত্তত তাৰে
দুখ ভুঞ্জি থাকয় সহজে ॥
প্ৰবৃত্তি পথক নিন্দা মহাত্মা সুসাঙ্গ ভৈল
শুনিলাহা সভাসদ লোক
তেজি আন পথ যত দিয়া মন মাধৱত
সদা ৰাম ৰাম ঘোষিয়োক ॥

[ নিমিনৱসিদ্ধ ]

যিটো সব জন আছে মায়াত আবৃত।
প্ৰবৃত্তি শাস্ত্ৰক পঢ়ি সদা ব্যগ্ৰচিত ॥

[ সৰুঘোষা—ৰাৰেঘৰৰ শ্ৰীৰাম কৃত ]

**ছবি**

বিষ্ণুৰ প্ৰতিমা শিলা গুৰুক মনুষ্য বোলা
বৈষ্ণৱৰ বিচাৰয় জাতি।
কলিমল হৰি বিষ্ণু বৈষ্ণৱৰ পাদোদক
জল বুলি হোৱে ব্ৰহ্মঘাতী ॥

[ পদ্মপুৰাণ স্বৰ্গখণ্ড—সৰ্ব্বভৌম কৃত—হংসকাকী নাৰায়ণে কৈছিল ]

**পদ**

আন ধৰ্ম্ম কৰ্ম্ম যত বৰ্জ্জিত হৈবস্ত।
মোৰ নিজ ভক্তি শক্তি ৰব বিশেষত।
সমস্তৰ ব্যবহাৰ জাতি কুল চম্ম।
আন ধৰ্ম্মে কৰ্ম্মে নাহি কাহাৰো তৰণ॥
দেৱৰ প্ৰতিমা গঙ্গা আদি তীৰ্থ যত।
মহাত্মা তুটিব মোৰ কলিৰ বলত॥
প্ৰণাম কৰিয়া যিটো নৈবেদ্য ভুঞ্জয়।
পঞ্চম পাতকী হৈয়া নৰকে পৰয়॥
আত্মাক গ্ৰাসিলে যিটো নাহিকে তৰণ।
মোহোৰ দ্ৰোহীয়া সিটো পৰম দুৰ্জ্জন॥

বৃহৎ বিষ্ণু পুৰাণত কৈছে যে জীৱই ২০ লক্ষ জনম গছ-গছনিত, ৯ লক্ষ জনম মাছ, মগৰ, কুৰ্ম্ম আদিত

১০ লক্ষ জনম পক্ষীত, ৩০ লক্ষ পশুত, ৪ লক্ষ বানৰত জন্মহৈ শেষত মানুহৰ জন্ম পায়। এয়ে জনম, মৰণ।

হৰিত শৰণ ললে জনম, মৰণ আদিৰ সকলো দুখ নিবৃত্তি হৈ পৰম্পদ লাভ কৰে। এয়ে মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰচাৰিত পন্থা।

আগৰ কালত হিন্দুৰ সংখ্যা ৬০ কুটি আছিল। আজি প্ৰায় এহেজাৰ বছৰৰ পাচত হিন্দুৰ সংখ্যা ২২ কুটিত পৰিলহি। অন্যায় ব্যভিচাৰ আৰু পাপৰ মূল হৈছে মৃত্যু।

নাম ললে সৰ্ব্ব কাৰ্য্য সিদ্ধি হয়।

*পদ*

সৰ্ব্ব ভীষ্ট পূৰ্ণ হোয়ে নিশ্চয়।
সৰ্ব্ব বিঘ্নি নাশে নাহি সংশয়॥
গ্ৰহ পীড়া আদি দুঃস্বপ্ন ফল।
সৰ্ব্ব ৰিষ্টাদিকো কৰে নিৰ্ম্মূল॥
জ্বৰ পীড়া ৰোগ ব্যাধি যতেক।
সমস্ত আপদ খণ্ডে প্ৰত্যেক॥
ভূত প্ৰেত দৈত্য পিশাচ ভয়।
দূৰ হোৱে সিটো জানা নিশ্চয়॥
সকলো ভয়ত পাইবে ত্ৰাণ।
বাঢ়িবে জগতে তাৰ সম্মান॥

নাম বলে সিদ্ধি সমস্ত হয়।
কলিত নাম ধৰ্ম্ম সৰ্ব্বময়॥

মন্তব্য—মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰ, শ্ৰীশ্ৰীমাধৱ আদি গুৰুসকলৰ কৃত শাস্ত্ৰ ভাগৱত, কীৰ্ত্তন, ঘোষা, চৰিত্ৰ আদিত বৈষ্ণবীয় সৰ্ব্ব প্ৰকাৰ নীতি নিৰ্ব্বন্ধ বন্ধা আছে। বৈষ্ণব মাত্ৰেই হৰি নামেৰে শ্ৰাদ্ধ, বিবাহ আদি সকলো কৰ্ম্ম কৰাহে উচিত। বৈষ্ণৱে মৃতকৰ সদ্গতিৰ হকে যদি কিবা কৰিব খোজে. তেন্তে নিবৃত্তি মাৰ্গানুযায়ী হৰি ভক্তিৰ অবিৰুদ্ধ কৰ্ম্মৰ যোগেদি কৰিব লাগে বুলি বেদ শাস্ত্ৰত বৈষ্ণব ধৰ্ম্মৰ প্ৰতি ভগৱন্তই উপদেশ দিছে।

সৰ্ব্ব ধৰ্ম্মান পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।
অহংত্বা সৰ্ব্ব পাপেভ্যো মোক্ষয়িস্যামী মাশুচ॥

অৰ্থ—সকলো ধৰ্ম্ম-কৰ্ম্ম পৰিত্যাগ কৰি একে মোতে মাত্ৰ শৰণ লোৱা। মই তোমাক সকলো পাপৰ পৰা উদ্ধাৰ কৰিম।

বৈদিক কৰ্ম্ম দুবিধ। একবিধ প্ৰবৃত্তি, আন বিধ নিবৃত্তি। প্ৰবৃত্তি কৰ্ম্ম (হোম, শ্ৰাদ্ধ, আগম ভক্তি, গোপী খেলা ভক্তি আৰু অন্যান্য দেৱদেবী উপাসনা) কৰিলে পুনঃ পুনঃ জন্ম মৃত্যু ভোগ কৰিবলৈ সংসাৰলৈ ঘূৰি আহিব লাগে। নিবৃত্তি কৰ্ম্ম (হৰিত শৰণ, ভজন, শ্ৰৱণ কীৰ্ত্তন) কৰিলে বৈকুণ্ঠধাম প্ৰাপ্ত হয়।

ওপৰত উল্লেখ কৰি অহা পদ সমষ্টি সমালোচনাৰ

দ্বাৰা জনা গ'ল যে বৈষ্ণৱে শ্ৰীনাৰায়ণৰ অনন্তৰ কুল শয্যাত শয়নুকাৰী) নিবৃত্তি মাৰ্গৰ বাহিৰে আন দেৱ-দেৱীৰ (কৰ্ম্মকাণ্ড) পূজা কৰা অনুচিত কৰ্ম্মকাণ্ডী বৈষ্ণৱ, চাণ্ডালতকৈ অপবিত্ৰ, কৰ্ম্মকাণ্ড কৰা বৈষ্ণৱৰ ভক্তিত ব্যভিচাৰ ঘটে।

কৰ্ম্মকাণ্ডী বামুণ (দেৱদেৱী উপাসক বিলাক পাষণ্ড বুলি, শঙ্কৰ মাধৱাদিৰ কৃত শাস্ত্ৰে কৈছে। এই কৰ্ম্ম কাণ্ডী বামুণৰ লগত মহাপুৰুষ শঙ্কৰদেৱৰ বৈষ্ণৱ ধৰ্ম্মলৈ ঘোৰ তৰ্কবাদ হৈছিল।)—গুৰুচৰিত্ৰ।

যি বৈষ্ণৱে এনে কৰ্ম্মকাণ্ডী বামুণৰ দ্বাৰা বিবাহ, শ্ৰাদ্ধ আদি কৰ্ম্মকাণ্ডৰ বিধি মতে কৰ্ম্ম কৰাব তেনে বৰ্ম্মত ঈশ্বৰ তুষ্ট নহয় বুলি বৰ্ম্মকাণ্ড আৰু কৰ্ম্মকাণ্ডী বামুণ বৰ্জ্জনত পাই আহিছে। তেনে বৈষ্ণৱ বামুণ নৰকলৈ যাব বুলি শ্ৰীকৃষ্ণ, শঙ্কৰদেৱ, মাধৱদেৱ গোপাল আতা, ৰামচন্দ্ৰ আতা, ৰামচৰণ সৰ্ব্বভৌম ভট্টাচাৰ্য্যই কৈছে আৰু কৰ্ম্মকাণ্ড বিধি মতে কৰা বিবাহ, শ্ৰাদ্ধৰ উদ্দেশ্যে দিয়া বস্তুবোৰ গো মাংসৰ তুল্য হয়। এতেকে বৈষ্ণৱ কৰ্ম্মকাণ্ডত চলা উচিত নহয়।

নিবৃত্তি মাৰ্গৰ বিধি মতে শ্ৰীশ্ৰীশঙ্কৰ, মাধৱাদি গুৰুসকলে বিবাহ, শ্ৰাদ্ধ বৈষ্ণৱী বামুণৰ দ্বাৰা কৰাৰ প্ৰমাণ চৰিত্ৰ পুথিত পোৱা যায়। সেই বৈষ্ণৱী

পুৰোহিত বামুণক বৈষ্ণৱ ধৰ্ম্মত দীক্ষিত কৰি বিশ্বাসী কৰি লৈছিল। হোম, শ্ৰাদ্ধ কৰাৰ লগে লগে নিশালৈ নাম-কীৰ্ত্তন, ভাৱনা আদি কৰিছিল।

আজি কালি প্ৰায় বামুণ কৰ্ম্মকাণ্ডী; মাজে মাজে দুই চাৰি জন বৈষ্ণৱী বামুণ আছে। তেখেত সকলে যজমান প্ৰায় নকৰে।

হয় কৰ্ম্মকাণ্ডী বামুণে কৰ্ম্মকাণ্ড বৰ্জ্জন কৰি বৈষ্ণৱী হক; নহয় সেই কৰ্ম্মকাণ্ডী বামুণ বৰ্জ্জন কৰক। কৰ্ম্মকাণ্ড আৰু আগমি ভক্তি কৰা লোকবিলাক নিবৃত্তি মাৰ্গত চলা লোকসকৰ পক্ষে বৰ্জ্জনীয়।

বৈষ্ণৱে কানি, ভাং, মদ, চুৰট, ধপাত, নহৰু, পিয়াজ, চাহ, ধতুৰা, আদি সপ্ত সুৰা পান কৰা অনুচিত। ইয়াক পান কৰিলে প্ৰায়শ্চিত হব লাগে।

— :০: —

# বৃহৎ পাষণ্ড দমন

## চতুৰ্থ খণ্ড

—ঃ—

### বৈষ্ণৱ ভক্তৰ লক্ষণ।

[ গুপ্তমণি, গুপ্তসাৰ— শ্ৰীশ্ৰীশঙ্কৰদেৱ কৃত ]

*পদ*

গুৰু বাক্য যজ্ঞ সূত্ৰ এৰণ নাযায়।
ইয়াক এৰিলে জাতি কুল ভ্ৰষ্ট যায়॥
গুৰুৰ পিতৃৰ বাক্য লাগে পালিবাক।
নামানিলে কথা হৈব নৰকে যাইবাক॥
যিজনে নেপালে বাক্য পৰিবে নৰক।
এতেকে পিতৃৰ বাক্য লাগে পালিবাক॥

এই ভাবি শিৱই শ্ৰীনাৰায়ণৰ বাক্য পালন কৰি, দেৱীক শ্ৰীনাৰায়ণে বাজ কৰা মাতৃ স্বৰূপ আদি প্ৰকৃতিক ভাৰ্য্যা বৰণ কৰি কৈলাসলৈ লৈ গ'ল।

[ গুপ্তমণি, গৰুড় পুৰাণ ]

*দুলৰি*

গুৰুৰ শিষ্যৰ বিশ্বাসে যে সাৰ
কহিলো সব বুজাই।

গুৰু পৰমাত্মা শিষ্য জীৱ আত্মা
দুয়ো জানা একে ঠাই ॥
গুৰু নাম ধৰি গুৰু সৰোবৰে
পৰি হংস তাতে চৰে।
গুৰুৰ বিশ্বাস জানা শিষ্যসব
সংসাৰ সাগৰ তৰে ॥

[ পদ্মপুৰাণ স্বৰ্গখণ্ড — সৰ্ব্বভৌম কৃত ]

**পদ**

সপ্রেমা কেৱলা নিৰ্গুণা ভকতৰ।
লক্ষণ কহিবো মই শুনা সৃষ্টিকৰ ॥
একান্ত গুৰুক মানিবে প্ৰথমে।
তাস্ত উপদেশ লৈয়া আত্মাক নিয়মে ॥
লাভালাভ সুখ দুখ মনে নামানিব।
লোভ মোহ কাম ক্ৰোধ সবকে তেজিব ॥
সহনত হৈব যেন ধৰণী মণ্ডল।
বোধতো সমুদ্ৰ হেন ধৈৰ্য্যে মেৰুবল ॥
মোক ভজিবেক মোৰ কীৰ্ত্তন নেৰিব।
আত্মা সম সমস্ত ভকতক দেখিব ॥
মনত স্মৰিয়া মোক সততে ভজিব।
বেদকৰ্ম্ম এৰি মোৰ চৰণ চিন্তিব ॥

ইন্দ্রিয়ক দমি পৰমব্রহ্ম ৰূপ হয় ।
মোত করি সিটো শ্রেষ্ঠ জানিবা নিশ্চয় ॥

[ ব্রহ্মবৈবৰ্ত্ত পুৰাণ ]

**পদ**

গোপ্য কথা কওঁ মই হয়ো সাৱধান ।
ভক্ত বিনে উপকাৰী নাহি আন জন ॥
যিটো গুৰুৱে ভকতিৰ দিবে উপদেশ ।
গুৰু শিষ্য ঘটে তাত সম্বন্ধ বিশেষ ॥
শৰণ ভজন ভক্তি কৰা তান পাৱ ।
তেবেসে তৰিবা জীৱ জানিবা নিশ্চয় ॥
সেহি ভকতৰ নাবাচিবা জাতি কুল ।
বিপ্র অন্ত্যজাতিকো দেখিবা সমতুল ॥
কিৰাট কছাৰী আদি হীন বৰ্ণ যত ।
বিপ্রতো উত্তম যদি আমাৰ ভকত ॥
এজনৰ বদনে প্রকাশিব ধৰ্ম্ম জ্ঞান ।
যি সবে ধৰয় সবে পুত্ৰৰ সমান ॥

[ বৈবৰ্ত্ত পুৰাণ, গুৰু গীতা, অৰ্জ্জুন সংবাদ ]

**পদ**

শুনা কলিযুগে গুৰু শিষ্য যেন থান ।
কলিপাপে মজি গুৰু নকৰিব মান ॥

অনেক পুৰুষে যাৰ পদক সেবিলা।
পুত্ৰ নাতিগণে তাঙ্ক কৰিবন্ত হেলা॥
নিকটে থাকন্তে গুৰুজন পৰিহৰি।
অন্য গুৰু সবক ভজিবে পৰি পৰি॥
যদি গুৰুজনে তাঙ্ক অপৰাধ ধৰে।
তোমাক নামানো বুলি শিষ্যসবে এৰে॥
ধন জন বিভূতি সম্পতি নাই যাৰ।
গুৰু বুলি শিষ্যে বাক্য নুশুনিব তাৰ॥
যদি পৰদাৰা ধন সুবৰ্ণ হৰয়।
গোপ্য কৰি আনি ধূম্ৰপাতক ভুঞ্জয়॥
বেশ্যা নাৰী শৰীৰ পৰশে নিতে নিত।
কুটিল কুবুদ্ধি নুগুচিব কদাচিত॥
ধন ধান যুগুত চতুৰ দেখিবন্ত।
পশু বুদ্ধি অন্ধ নৰে তাক মানিবন্ত॥
গুৰু ভাৰ্য্যা গুৰু পুত্ৰ গুৰু এবে সৰি।
গুৰু অংশ জ্ঞানি মনে ভজিবা সাদৰি॥
গুৰু পুত্ৰ নাতি পৃথিবীত থাকে যৈত।
মহাপুৰুষৰ সূত্ৰ থাকে তৈত তৈত॥
জগত ঈশ্বৰ গুৰু ৰাজা নৰেশ্বৰ।
তুহাঙ্ক তেজিলে দ্ৰোহ সিজে তুহান্তৰ॥
গুৰুক মনুষ্য বোধ যিজনে কৰয়।
কেৱলীৰা ভক্তি নষ্ট জানিবা নিশ্চয়॥

হেনয় গুৰুক তেজি অধম পামৰে।
অজগৰ গৰ্ভত আসি জন্ম ধৰে॥
মৰি মৰি যাতনা ভুঞ্জিবে কীট পলু হই।
নাহিকে কল্যাণ তাৰ কহিলো নিশ্চয়॥
গুৰু দ্রোহী পাপীষ্ঠৰ হৈব কোন গতি।
আগে নিব কুম্ভীপাক নৰকক প্ৰতি॥
যাতনা তৰিতে হলে ধৰা হৰি পাৱ।
ভবসিন্ধু মাজে এহিসে দৃঢ় নাৱ॥

[ গুৰু গীতা, ভক্তি ৰত্ন— ৰামচৰণ কৃত ]
( গুৰু শব্দাৰ্থ )

## পদ

গু শব্দে অন্ধকাৰ ৰু শব্দে অগ্নি।
দুই শব্দ মিলি হয় যেন যামদগ্নি॥
গু কাৰ প্ৰথম ব্ৰহ্ম মায়া গুণ ভাবক।
ৰু কাৰ দ্বিতীয় ব্ৰহ্ম মায়াদি নাশক॥
গ শব্দে সিদ্ধি কৰে সৰ্ব্ব প্ৰয়োজন।
উ কাৰে সমস্ত পাপ দহি কৰে চন্ন॥
ৰু কাৰে পৰম ব্ৰহ্ম নিৰ্গুণ যে হয়।
নিৰ্গুণ কৃষ্ণৰ গুণ গুৰু শব্দে কয়॥
যিটো জনে গুৰু শব্দ মুখে প্ৰকাশয়।
অজ্ঞান আন্ধাৰ গুচি নিৰ্ম্মল হৃদয়॥

গুৰু ক্ৰোধে কৃষ্ণেয়ো ৰাখিবে নাপাৰয়।
গুৰুৰ মহাত্মা এনে সৰ্ব্ব শাস্ত্ৰে কয় ॥
সৰ্ব্ব পাপে পৰিত্ৰাণ গুৰুৰ পদতে।
গুৰু পদজল পান কৰয় সততে ॥
গঙ্গা গয়া কাশী যাইবাক নালাগয়।
গুৰুৰ পাৰতেসে সমস্ত পাৰয় ॥
গুৰুৰ সাক্ষাতে যদি আন দেৱ যজে।
সি পূজা বিফল সিটো নৰকত মজে ॥
পিতা পূজনীয় মাত্ৰ জন্মৰ কাৰণে।
শত গুণে গুৰু পূজ্য ভক্তিক দৰ্শনে ॥
গুৰু তুষ্ট ভৈলে ত্ৰিজগত হোৱে তুষ্ট।
গুৰু তুষ্ট নাথাকিলে সব হোৱে ভ্ৰষ্ট ॥
মায়াক খেদাইতে জানা গুৰুৱে শকত।
গুৰু বিনে আন জনে নকহিব তত্ত্ব ॥
নাম ধৰ্ম্ম ভক্তি যিটো গুৰু দেই দান।
সিজন গুৰুৰ সম নাহি নাহি আন ॥
হেনয় গুৰুক যিটো অহঙ্কাৰ কৰে।
চৌৰাশী নৰক ভুঞ্জি সংসাৰত পৰে ॥

( গুৰুৰ লক্ষণ )

শান্ত, দান্ত, কুলশীল বিনীত যিজন।
শুদ্ধাচাৰ বুদ্ধিমান শুদ্ধ বেশবান ॥

আশ্ৰমী ধানক্য তন্ত্ৰে মন্ত্ৰে সুশিক্ষিত।
সেহি গুৰু যোগ্য হয় শাস্ত্ৰত বিদিত॥
ভক্তি উপদেশ দিয়া শিষ্যক তাৰয়।
সেহিজন গুৰু যোগ্য সৰ্ব্ব শাস্ত্ৰে কয়॥
কাম ক্ৰোধ লোভ মোহ সবক এৰিব।
কৃষ্ণৰ ৰূপক সদা হৃদয়ে ধৰিব॥
ৰাম নাম সৰ্ব্বদায়ে ব্যাখ্যাক কৰিব।
যেন মতে জীৱই সংসাৰ তৰিব॥

( শিষ্যৰ লক্ষণ )

কাম ক্ৰোধ লোভ কামনা এৰয়
তীক্ষ্ণ বুদ্ধি ধৃতিমান।
গুৰু বাক্য মানি সদায় ফুৰয়
সেহিসে শিষ্য প্ৰধান॥
কপট কুকথা জিহ্বাত নাথাকে
যাহাৰ চিত্ত প্ৰসন্ন।
সেহিজন শিষ্য পুত্ৰ যোগ্য হয়
কহিলো শিষ্য লক্ষণ॥
যিটো পূৰ্ণ শিষ্য পুত্ৰ দাৰা ধন
গুৰুৰ চৰণে দিয়া।
শৰীৰ সহিতে আত্মাক অৰ্পিয়া
সদা থাকে সমৰ্পিয়া॥

গুৰুৰ সমীপে দীৰ্ঘ দণ্ডাকাৰে
গুৰিকটা বৃক্ষ যেন।
ধৰণী লুটিয়া সেহি মতে পৰি
নমস্কাৰ নিবেদন॥
গুৰু দিয়া মন্ত্ৰ গুৰু বাক্য ত্যাগ
কদাচিতো নলঙ্ঘয়।
সেহিজন শিষ্য গুৰুৰ সকলো
মন্ত্ৰৰ যোগ্য হোৱয়॥

[ বৈষ্ণৱী গীতা— বালকানন্দ কৃত ]

দুলৰি

প্ৰথমতে তুমি চিত্ত দৃঢ় কৰি
আমাত লৈয়ো শৰণ।
তেবে সমীপত বৈষ্ণৱক জানা
সেৱা যে কৰা চৰণ॥
পৃথিবীত পৰি নমস্কাৰ কৰি
শিৰত লৈবাহা ধূলি।
পাচে জল আনি চৰণ পখালি
পাদোদক লৈবা তুলি॥
ধূপ দীপ আনি নৈবেদ্য সাজি
সবন্ধুবান্ধৱ সহিতে।

পুনৰুপি পৰি নমস্কাৰ কৰি
আনন্দ কৰি মনতে॥
উঠি ধৈৰ্য্য ধৰি কৃতাঞ্জলি কৰি
ভকতি কৰি অনেক।
ভাগবত ধৰ্ম্ম মোৰ গুণ কৰ্ম্ম
সুধিবা আছে যতেক॥

*পদ*

মোহোৰ নাম লোৱা সখি মুখে।
মোকেসে প্ৰণামিবা সুখে দুখে॥
পদে বৈষ্ণবৰ যায়োক থান।
নাসিকায় লবা নিৰ্ম্মাল্য ঘ্ৰাণ॥
শৰীৰে ভকতক আলিঙ্গণ।
চক্ষুয়ে বৈষ্ণবক দৰিশন॥
শিৰেয়ে কৰিবা সখি প্ৰণাম।
কৰ্ণেয়ে কথা শুনা অবিশ্ৰাম॥
মোহোৰ নৈবেদ্যক মাত্ৰ খাবা।
মোহোৰেসে পদোদক স্নানিবা॥
এহিসে নিষ্ঠ ভোজনৰ কথা।
কহিলো সত্যে জানা সৰ্ব্বথা॥

* * * *

নামে তীৰ্থ নামে ব্ৰত নামে যজ্ঞ দান।
নামে ধৰ্ম্ম নামে কৰ্ম্ম নামে জ্ঞান ধন॥

নামে বন্ধু নামে ভাই নামে ধন জন।
নামেসে সুহৃদ আত্মা নামেসে জীৱন॥
নাম এৰিলে মিলে মহা পাপ ঘোৰ।
হেন জানি মহাজনে নাম নেৰে মোৰ॥
বিষয়ত থাকি যদি সদা নাম লয়।
তথাপি বিষয় দোষে তাক নোছোৱয়॥

[ গুৰুগীতা ]

( নামত আৰু গুৰুত শৰণ )

## ঝুমুৰি

নামে নকৰিয়ো হেলা। নামে মিত্র শেষ বেলা॥
নামত শৰণ লৈবা। তেবে জীৱ নিস্তাৰিবা॥
গুৰু পাৱে আছে ভক্তি। তাক পালে পাবা মুক্তি॥
বহু পাইবা ধৰ্ম্মজ্ঞান। তাত অৰ্পা মন প্ৰাণ॥
গুৰু মানি যদি থাকা। তেন্তে নোহা নৰ্ক পোকা॥
যদি দিয়া মনে কষ্ট। সৰ্ব্ব ধৰ্ম্ম হৈব নষ্ট॥
হেনজানি নৰলোক। কৃষ্ণ গুৰু ভজিয়োক॥
ভিতৰত কৃষ্ণে গুৰু। বাজে নৰ কল্পতৰু॥
দুয়ো মিলি একে হয়। বিশ্বাসে তৰিবা গই॥
হেন জানি নৰলোক। কৃষ্ণ গুৰু ভজিয়োক॥

[ বিষ্ণু পুৰাণ—দ্বিজকালী কৃত ]

*পদ*

পৰধন নাহি কভু কৰিবে হৰণ।
মিছাকথা কুট বাক্য কৰিবে বৰ্জ্জন॥
পৰ দোষ কভু নাহি কহিবে বদনে।
অপ্রিয় বচন ত্যাগ কৰিবে যতনে॥
আনৰ ঐশ্বৰ্য্য দেখি চক্ষে আপোনাৰ।
ইৰ্ষান্বিত নাহি হবে ওহে গুণাধাৰ॥
প্রবৃত্ত নাহবে কভু অনিষ্টাচৰণে।
আৰোহণ নাকৰিবে কভু দুষ্টা যানে॥
পৰিবাদ ৰত কিম্বা ধূৰ্ত্ত যেই নৰ।
তাহাদেৰ কথায় কভু নিদিবে অন্তৰ॥
অপবিত্র শাস্ত্র চৰ্চ্চা কভু নাকৰিবে।
জ্যোতিষেৰ আলোচনা গৃহস্থ তেজিবে॥
ৰাত্রি কালে কভু নাহি কৰিবে গমন।
দুষ্টা স্ত্রী সংসৰ্গ আৰ তেজিবে তখন॥
পূজনীয় জন যদি থাকেন সংসাৰে।
তাহাৰ যে ছাঁয়া নাহি লঙ্ঘিবেক নৰে॥
লঙ্ঘিলে দাৰুণ পাপে সেইজন পৰে।
দেৱধ্বজ শাস্ত্র ছাঁয়া নাহি লঙ্ঘিবেক নৰে॥
বৈষ্ণৱা দেখিয় যেই নোদোঁৱাই মুণ্ড।
তাৰ মুণ্ড পৰে গৈয়া নৰকেৰ কুণ্ড॥

বিষ্ণুপদ লগ্ন তুলসীৰ লইবেক ঘ্রাণ।
এহিসে শাস্ত্রৰ নীতি শুনা মতিমান্॥
গুৰু পাদোদক বা ভক্তৰ পদজল।
খাৱে যিটো নিতে অঙ্গ সেহিসে সফল॥
দুষ্টৰ সংসর্গ বাস কভু না কৰিবে।
কুটিল ভাব যে হৃদে স্থান নাহি দিবে॥
হিংস্র কিম্বা শৃঙ্গী জন্তু যথা কৰে থিতি।
তথা নাহি কভু যাবে গৃহি মহামতি॥
অতি জাগৰণ আৰু অতিব শয়ন।
অতি নিদ্রা তিয়াগিবে গৃহী মহাজন॥
এক বস্ত্রে উপদিষ্ট মন্ত্র নজপিবে।
এহিসে শাস্ত্রৰ নীতি অন্তৰে জপিবে॥
ক্ষণকাল যদি পায সাধু মহাজন।
তবু তাৰ সঙ্গে ৰবে গৃহী মহাজন॥
উচ্চ কিম্বা নীচলোকে কভু কাৰ সঙ্গে।
বিৰোধ কৰিবে নাহি জানিবে কমনে॥
বিবাদে প্রবৃত্ত হবে সমকক্ষ সহ।
সমকক্ষ কুলে গৃহী কৰিবে বিবাহ॥
অনৰ্থত বৈৰ নাহি কৰিবে কখন।
তাদৃশ কলহ ত্যাগ কৰিবে সুজন॥
যদিও সামান্য হানি সহিবাৰে হয়।
বিবাদে প্রবৃত্ত কভু নাহবে নিশ্চয়॥

অর্থৰ লোভত বৈৰ কভু নকৰিবে।
এহিসে শাস্ত্ৰৰ নীতি অন্তৰে জানিবে॥
পদ দ্বাৰা কোনো দ্ৰব্য কভু নস্পৰ্শিবে।
পূজ্য অভিমুখে পদ কভু নাৰাখিবে॥
উচ্চাসনে নবসিবে গুৰুৰ সদন।
বিনীত ভাবেতে ৰবে সদা সৰ্ব্বক্ষণ॥
উচ্চাসনে নবসিবে মানীৰ সদন।
বিনীত ভাবেতে ৰবে সদা সৰ্ব্বক্ষণ॥
দক্ষিণা বিহীন যেই সকাম কৰম।
কভু নাকৰিবে তাক গৃহী মহাজন॥
চন্দ্ৰ সূৰ্য্য মন্দিৰ থান জল সব মুখে।
মল মূত্ৰ কভুনাহি ভ্ৰমেয়ো তেজিবে॥
পথ মধ্যে শৌচ ত্যাগ কভু নকৰিবে।
অথবা কিনাৰে নাহি কদাপি মুতিবে॥
কষ্ট নিদিবে গৰ্ভৱতী নাৰীৰ ওপৰে।
প্ৰহাৰ কৰিবে নাহি কভু কোন কালে।
নাৰীৰে বিশ্বাস নাহি কৰিবে কখন।
এহিসে শাস্ত্ৰৰ নীতি শুনা গৃহীজন॥
কোন স্থানে শুভ যাত্ৰা কৰিবে যখন।
পূজ্যগণে ভক্তি ভাবে বন্দিবে তখন॥
একমনে কৃষ্ণ পূজা যেই গৃহী কৰে।
গুৰু ভক্তে পূজা কৰে যত্ন সংকাৰে॥

প্ৰিয় বাক্য হিত বাক্য কয় সৰ্ব্বক্ষণ।
জিতেন্দ্ৰিয় হয় সেই শুনা গৃহী জন॥
সকলোতে সমদৰ্শী হয় যেই জন।
ক্ৰোধী জনে শান্ত বাক্য কৰয় অৰ্পণ॥
ভীতজনে কৰে যদি আশ্বাস প্ৰদান।
স্বৰ্গহতে উচ্চলোকে সে কৰে প্ৰয়াণ॥
প্ৰিয় বাক্য যেই বোলে শক্ৰুৰ ওপৰ।
মুক্তি তাৰ অনুগত ৰহে কৰতল॥
সদাচাৰে ৰত থাকে যেই মহাজন।
কাম ক্ৰোধ হীন হয়ে থাকে সৰ্ব্বক্ষণ॥
পৰৰ সন্তোষ যাতে হই উৎপাদন।
সেই ৰূপ সত্য বাক্য কৰে সৰ্ব্বক্ষণ॥

[শ্ৰীশ্ৰী৺গোপাল আতাৰ চৰিত্ৰ—ৰামানন্দ কৃত]

## দুলৰি

এহিমতে যেবে গোপাল দেৱতা
ভৱানীপুৰে আছন্ত।
বৰপেটা সত্ৰে আই বজ্ৰাঙ্গী
উদগায়া পথাইলন্ত॥
তাহাত মাধৱ লাঘোণে আছন্ত
গোপালে গৈ দেখিলা।

খৰি স্নুহিকয় শুনি দুখ মনে
গৃহক পুনু আসিল॥
ভকত সহিতে আলোচ কৰিয়া
এক নৌকা খৰি লৈয়া।
বৰপেটা ঘাটে তুলি ফলাইবে
লাগিলন্ত বাসা দিয়া॥
বৰিষ অন্তৰে সেহি অনুৰূপে
গোপালে নিয়া দিয়াইলা।
মাধৱে তৈতে খৰিৰ কাৰণে
কিছু দুখ অনুভুগিলা॥

( গোপাল আতাই পুতেক কমল লোচনক এই উপদেশ দিছিল )

## দুলৰি

গোপালে বোলন্ত শুনা একবাক্য
বোলো নকৰিকা হেলা।
হৰি ভকতক নিদি একো বস্তু
অনুভুঞ্জিবা কোনো বেলা॥
একুটি গুৱাক কাটা যেতিক্ষণ
চাৰিয়ো পাশক চাইবা।
তাৰ এক খনি জনৈকক দিয়া
তেবে এক খানি খাইবা॥

আৰু এক গুটি বচন বোলোহো
শুনা তাক মন দিয়া।
তয় গৃহে যদি থাকয় যদিবা
চাউল এক সন্ধিয়া॥
সেহি সময়ত কোনো ভক্ত জন
আসিল তোমাৰ ঠাই।
তাৰ অৰ্দ্ধভাগি বিভাগি দিবাহা
কহিলো মই দঢ়াই॥
আপোনাত কৰি মাত্র আগুৰিক
ভকতক স্নেহ কৰিবা।
নিষেধ সবক তেজিয়া হৰিৰ
ভকতিক আচৰিবা॥
ব্রহ্মাণ্ড ভিতৰে ভক্তৰ বাহিৰে
বস্তু আৰু নাহিকয়।
ইহ পৰলোক ভক্তেসে বান্ধৱ
কহিলো কৰি নিশ্চয়॥

শ্রীশ্রীভগজলা আতাৰ চৰিত্র— বিনন্দদেব কৃত ]

( গোপাল আতাৰ গৃহ নিৰ্ম্মাণ )

**পদ**

কমল আতাইক যতুদেৱে সঙ্গে লৈল।
চাচঁন কুঠাৰ লৈয়া অৰণ্যক গৈল॥

খুটা চ'তি ডাঙ্গ মাৰলিক কাটিলন্ত।
গোপালে তথাক লাগি সাঁজ লৈয়া যান্ত॥
অৰণ্যত সিসবক চাহিবাক গৈলন্ত।
যদুদেৱে কাঠ কাটি চাঁচিয়া আছন্ত॥
গোপালেয়ো তৈতে এক বচন বোলন্ত।
মোৰ হাতে পানীজলা বান্ধিয়া আছন্ত।
পূর্ব্বত গোপালে মাধৱক খৰি দেন্ত।
হাতে কুঠাৰক ধৰি ফালিয়া আছন্ত॥
গোপালক হাত মেলি মাধৱে দেখান্ত।
মোৰ হাতে পানীজলা বান্ধিলন্ত॥
সেহি মতে গোপালেয়ো যদুদেৱক দেখান্ত।
গোপালৰ শক্তি যদুমণিত আছন্ত॥
পোৰোলা নদীৰ জলে কাঠ নমাই আনিল।
কালজাৰ থানে আনি ঘাটত বান্ধিল॥
ভক্ত সমে গোপালেযো কাঠ তুলিলন্ত।
নামৰ মন্দিৰ যদুমণি সাজিলন্ত॥
ইভিতি গোপালৰ গৃহ সাজিলন্ত।
বসিবাৰ শয়নৰ স্থান নির্ম্মিলন্ত॥
যেনমতে দ্বাৰকা কেশৱ নির্ম্মিলন্ত।
সেহিমতে যদুদেৱে গৃহ সাজিলন্ত॥

   

*    *    *    *

খৰি নাস্তিকয় যত্নদেৱে শুনিলন্ত ।
ভকত সবক মাতি খৰি আনিবে গৈলন্ত ॥
ভক্ত সমে যত্নমণি খৰিক লুৰিল ।
কিছুপৰ পাছে আসি যত্নদেৱে পাইল ॥

*    *    *    *

শুনিয়োক আবে যেন কথা ভৈল ।
যত্নদেৱে গুৰু সেৱা ধৰ্ম্ম আচৰিল ॥
এক দিনা যত্নমণি আজৰি নাপান্ত ।
ভক্ত সঙ্গে যত্নমণি তথা নাহিকন্ত ॥
একো একো কথা যত্নমণি নুশুনয় ।
বৰ যত্নমণি দেৱে শুনিয়া আছয় ॥
গজলা আতা বোলে শুনিয়ো কাৰণ ।
ইটো কথা শুনিবে মই নাপাওঁ যিকাৰণ ॥
আতাৰ পৰিচৰ্য্যা কৰ্ম্ম কৰি থাকো মই ।
এতেকেসে ইটো কথা নুশুনোহো মই ॥
যি কথা তোৰা সবে শুনিয়া আছয় ।
জানিবাতা ইটো কথা শুনি আছো মই ॥
যত্নমণি গোপালৰ সঙ্গতে থাকয় ।
গোপালৰ আগত যত্নমণি কথা কয় ॥

*    *    *    *

* * * *

গোপালৰ আজ্ঞা লৈ ইবাক্য আসিল।
কতিপয় দিনে আপোনাৰ গৃহ পাইল॥
একদিনা যদুদেৱে ভাৰ্য্যাক বোলয়।
আমি গৈযা গুৰু সেৱা কৰিবে লাগয়॥
হেন শুনি আয়ে বস্ত্ৰ আনিয়া দিলন্ত।
আৰু বোলে আমাৰ সেৱাক জনাইবন্ত॥
কতো দিন মানে গোপালৰ সঙ্গ পাইলা।
অৱনত ভাৱ হৈয়া প্ৰণাম কৰিলা॥
গোপালে মধুৰ বাক্যে কুশল পুচিলা।
যদুদেৱে ভাল বুলি টোপলি মেলিলা॥
কিহৰ টোপলি বুলি গোপালে সুধিলা।
দেৱ যদুমণি তাৰ কাৰণ কহিলা॥
আমাৰ গৃহত এক গহিনী আছয়।
সেহি দাসী আপোনাক সেৱা কৰিছয়॥
হেন শুনি গোপালেয়ো টোপলি চাইলা।
হাতে লৈ বস্ত্ৰ খনি প্ৰশংসা কৰিলা॥
ইহেন বিষয় আছে তবো নকহয়।
যিহেতু কুশল অৰ্থে আহিয়া আছয়॥

এক দিনা যেবে যদুমণি দেৱে
আবে কুঠাৰ মাৰন্ত।

বৰ যদুমণি দেখি সেহি দিনা
এনয় বাক্য বোলন্ত ॥
কোৰ কুঠাৰক বাইবাক লাগিয়া
ই ৰাজ্য আহি আছয়।
যদুমণি বোলে ইটো বাহনক
ভক্তি বুলি কৰো মই।
বৰ যদুমণি ইটো ভক্তি বুলি
তোমাৰ মুখে শুনই ॥

* * * *

সেহি সময়ত দেৱ গোপালেয়ো
কৃপা বাক্যক বোলয়।
শুনা যদুমণি সিৰাজাক লাগি
তুমিয়ো যোৱা বোলয় ॥
বিলম্ব নকৰি গৈল শীঘ্র কৰি
দেহা সুখ এৰিলম্ব।
তিনি মাস ভৈল কালাজাৰ পাইল
শৰীৰ ক্ষীণতা ভৈলন্ত ॥
দেখিয়া গোপালে হৰিষে পুছিলা
দেখো অতি শীঘ্রে আইলা।
শৰীৰ তোমাৰ ক্ষীণ কিকাৰণ
কেশ ভাড়ি মুণ্ডুৰাইলা ॥

হেন শুনি পাছে দের যদুমণি
তাহাৰ কাৰণ কৈলা।
কথাক লাগিয়া শীঘ্র আছিলোহো
ভোজন এসন্ধ্যা নাই।
পথ খতি হয় কেশ নুগুৰাইলো
নিশা মোৰ নিদ্রা নাই॥
এতেকেসে আতা শৰীৰ ক্ষীণতা
দেহাক কৰিলো জড়।
বোলে যদুমণিক তুমি খেদ কৰি
অতি বৰ শ্রান্ত ভৈলা।
কথাক লাগিয়া বৰ দুখ পাইলা
আমাক বশ্য কৰিল॥

মন্তব্য—"বৈষ্ণৱ ভক্তৰ লক্ষণ" বুলি উল্লেখ কৰা পদ সমষ্টিৰ পৰা জনা গ'ল যে,— গুৰু আৰু ভক্ত সকল অতি নম্র হব লাগে। শৰণীয়া, ভজনীয়া গুৰুৰ বাক্য মানি চলিব লাগে। গুৰুৰ বাক্য লঙ্ঘন কৰিলে নৰক গামী হয়।

নিজৰ পুত্র, ভাৰ্য্যাৰ প্রতি আগ্রহ নাৰাখি গুৰু আৰু ভক্তিৰ প্রতি বিশেষ অনুৰাগ থাকিব লাগে। মাজে মাজে গুৰুৰ গৃহলৈ গৈ গুৰু শুশ্রূষাৰ অৰ্থে খৰি কাঠ আদি যো-জা কৰি দিব লাগে। গৃহ নিৰ্ম্মাণ

কৰি দিব লাগে আৰু গুৰুৰ ওচৰত পৰমার্থ তত্ব শুনিবগৈ লাগে। গুৰুৱে যি পৰমার্থ তত্ব শিক্ষা দিয়ে, তাক একনিষ্ঠ ভাৱে শিৰোধার্য্য কৰি পালন কৰিব লাগে। গুৰুক ঈশ্বৰ বোধ ভক্তি কৰিব লাগে।

আলহী, অতিথি বৈষ্ণৱকো ঈশ্বৰ মানি, অতি আগ্ৰহেৰে সেৱা শুশ্ৰূষা কৰিব লাগে। সকলো প্ৰাণীকে ঈশ্বৰ বোধ কৰিব লাগিব।

বৈষ্ণৱ মাত্ৰেই কাম, ক্ৰোধ, লোভ, মোহ, হিংসা, দ্বেষ শূণ্য হৈ চলিব লাগে। যি বিলাক লোক ৰিপু প্ৰবৃত্তিৰ বশবৰ্ত্তী তেওঁলোক বৈষ্ণৱ হব নোৱাৰে বুলি নিবৃত্তি শাস্ত্ৰে কৈছে।

শ্ৰীশ্ৰী৺শঙ্কৰ, মাধৱ গোপাল যদুমণি দেৱ আদি গুৰু সকলে ইজনে সিজনক গুৰু মানি ভক্তি আৰু গুৰু শুশ্ৰূষা ধৰ্ম্ম পালন কৰি, আমালৈ আৰ্হি বাট দেখুৱাই থৈ গৈছে। যি সকলে এই আৰ্হি বাট অবজ্ঞা কৰিলে তেওঁ লোকে কেতিয়াও পৰম্পদ লাভ কৰিব নোৱাৰে। বচনে কেৱল মাত্ৰ। গুৰু বৈষ্ণৱক মনুষ্য বোধ কৰিলে ভক্তি নষ্ট হয়।

গুৰুত শৰণ, ভজন লৈ গুৰুৰ গৃহলৈ নগলে আৰু গুৰু শুশ্ৰূষা নকৰিলে ভক্তি পূৰ্ণ নহয় বুলি নিবৃত্তি শাস্ত্ৰে কৈছে। গুৰু শুশ্ৰূষা নকৰিলে শিষ্য নহৱে। শিষ্যই পুত্ৰ, ভাৰ্য্যা, ঐশ্চৰ্য্য, সম্পত্তি সকলো গুৰুৰ

চৰণত অৰ্পণ কৰিলেহে ভক্তি পূৰ্ণ হব। গুৰুৱে শিষ্যক প্ৰাণ বন্ধু বুলি উদাৰ চিত্তে ভক্তি দান কৰিব লাগিব। কপটীয়া গুৰু সকল তৰিব নোৱাৰে।

নাম ধৰ্ম্ম দান কৰা গুৰু সকলো গুৰুতকৈ শ্ৰেষ্ঠ। অন্যান্য গুৰুতকৈ নাম ধৰ্ম্ম দান কৰা গুৰু শতগুণে পূজ্য বুলি গুৰুগীতাই কৈছে। নৰ-গুৰুক ভজিলে কৃষ্ণ গুৰুক ভজা হয়।

"নৰ গুৰু তুষ্ট হলে ত্ৰিজগত তুষ্ট।
নৰ গুৰু তুষ্ট নহলে সকলো ভ্ৰষ্ট॥"

বৈষ্ণৱক দেখিলে নমস্কাৰ কৰিব লাগে। বৈষ্ণৱ তুষ্টে ত্ৰৈলোক্য তুষ্ট।

গুৰুৰ আগত, মানীলোকৰ আগত উচ্চাসনত বহিব আৰু আগলৈ ভৰি মেলি বহিব নাপায়।

শিষ্য মাত্ৰেই নিজ গুৰু ত্যাগ কৰি, অন্য গুৰু ভজিব নাপাই বুলি শাস্ত্ৰত কৈছে। গুৰু ত্যাগীজন বেশ্যা। গুৰু ত্যাগীয়ে পৰম্পদ লাভ কৰিব নোৱাৰে।

বৈষ্ণৱৰ শত্ৰু মিত্ৰ সমান। বৈষ্ণৱে সমস্ত প্ৰাণীক আত্ম সম দেখে। ভাগৱতত গুৰু সেৱা কৰাতকৈ, বৈষ্ণৱক গুৰু সেৱা কৰা শ্ৰেষ্ঠ। চৈতন্যক পালে ভাগৱতত সেৱা কৰিবলৈ নলাগেয়ো হয়।

কাতি বিহু, শ্ৰীশ্ৰী৺শঙ্কৰ দেৱৰ জন্ম তিথিত নামঘৰত চাকি দিয়াৰ বাহিৰে আনত চাকি জ্বলাব

নাপায়।

পঞ্জিকা চাই ৰঙা, ক'লাৰ বিধান, জৰি তাবিজ দিব নাপায়। পঞ্জিকা চালেয়ো যেই কোনো বস্তুৰে ভকতক চাউল খুৱাবলৈ, নাম কীৰ্ত্তন কৰাই লোণ, পইচা দক্ষিণা দিবলৈ হুকুম দিব। কাৰণ সকলো ধৰ্ম্মৰ ওপৰে বসিয়া হৰিৰ নাম প্ৰকাশে। থানত, মৃগাৰ চোমনিত শৰাই দিয়া অনুচিত।

চৈতন্য কৃষ্ণক এৰি জড়ক ভজিয়া মৰে
কিনো লোক অধম মুগুধ।

বৈষ্ণব আৰু নামঘৰৰ বাহিৰে অন্য ঠাইত শৰাই সফুৰা সেৱা সন্মান ধৰিব নাপায়।

প্ৰাণী হিংসা কৰি মাছ, মাংস দেহৰ তৃপ্তিৰ কাৰণে ভোজন কৰিব নাপায়। সকলো প্ৰাণীত যদি ঈশ্বৰ থাকে তেন্তে কেনেকৈ প্ৰাণী হিংসা কৰিব। গজন মুঠিকো অকাৰণত কাটি নষ্ট কৰিব নাপায়।

গুৰু নাম ভক্ত ভাগৱতক ঈশ্বৰ বোধ কৰি চলিব লাগে।

আমি সকলো সময়তে ঈশ্বৰৰ নাম লৈ থাকিব লাগে। গুৰু দেৱ নাম ভক্ত বাহিৰে আনৰ নাম লব নাপায়।

বেশৰ বিলাস বৰ্জ্জিত, অতি জাক-জমক বৰ বা পোসাক, বছৰত ২।৩ টাতকৈ বেছি ডাঙৰ উৎসৱ নকৰিব।

# বৃহৎ পাষণ্ড দমন

## পঞ্চম খণ্ড

—ঃ—

### গৃহস্থৰ নিত্যকৃত্য

[জীৱ স্তুতি, গীতা, কীৰ্ত্তন, দশম, টীকাভাষ্য, ধৰ্ম্মপুৰাণ
নাম মালিকা]

**পদ**

জয় জয় কৃষ্ণ বিষ্ণু দেৱ নিৰঞ্জন।
জয় দামোদৰ দেৱ দৈবকী নন্দন ॥
জয় জয় কৃষ্ণ প্ৰভু অনাদি অনন্ত।
অনন্তে হাজাৰ মুখে গাই অন্ত নাপাৰন্ত ॥
নমো নমো লক্ষ্মীকান্ত নমো আদি দেৱ।
ব্ৰহ্মা হৰ পুৰন্দৰে যাক নিতে কৰে সেৱ ॥
নমো নমো নাৰায়ণ প্ৰভু হৃষীকেশ।
হৃদয়ত থাকি মোক দিয়া উপদেশ ॥
লোভ মোহ কাম ক্ৰোধ আছে নানা দম্ভ।
মহামূৰ্খ হৈয়া পদ কৰিলো আৰম্ভ ॥

বাসুদেৱৰ যত ভক্ত বন্দনী আমাৰ।
ধৰ্ম্মপুৰাণৰ পদ কৰিবো প্ৰচাৰ॥
ভজনীয়া গুৰুৰ চৰণে মোৰ কুটি নমস্কাৰ।
ৰুদ্ৰদেৱে বোলে ৰাম বোলা বাৰম্বাৰ॥

### *পদ*

মহামূঢ় বিষয়ৰ তৰণি উপায়।
গৃহত থাকিয়া যেন মতে ভক্তি পায়॥
যদি বঢ়া-টুটা হোৱে বুদ্ধি অনুসাৰে।
জিজ্ঞাসিয়া নিন্দিবন্তু পাচে সাধুনৰে॥
নিশবদে শুনিয়ো ধৰ্ম্ম পুৰাণৰ পদ।
যাক শুনি তৰে যেন পৰম আপদ॥
লিখিলোহো বহু পদ পুৰাণক চাই।
গৃহস্বামী লোকে যেন মতে ধৰ্ম্ম পায়॥
বৈকুণ্ঠত এহি কথা কৈলা নাৰায়ণ।
ব্ৰহ্মাৰ আগত হৰি কৈলা ঘনে ঘনে॥
অল্প আয়ু অল্প তেজ হৈব অল্পমতি।
যেন মতে নৰলোকে সাধিবেক গতি॥
নিজ জীৱ তাৰিবাক মনে ইচ্ছা কৈলা।
এতেকেসে কলিযুগে ধৰ্ম্ম কৰি থৈলা॥
সদায় লৱয় নাম যিটো নৰচয়।
দেৱতা পদক পাৱে বৈকুণ্ঠে চলয়॥

এতেকেসে তুমি আমি জন্মিবো কলিত।
স্বস্থ মূৰ্ত্তি গুৰু ৰূপে তাৰিবো ত্বৰিত ॥
অংশকলা বিভুতিক সবাকো আনিলা।
এতেকেসে কলি ধন্য ধন্য বুলি কৈলা ॥
সিকাৰণে নৰলোকে আন কাম এৰি।
একান্তে ভজিয়ো পূৰ্ণানন্দ দেৱ হৰি ॥
নিত্য নৈমিত্তিক সবে কৰ্হো ভাল কৰি ।
গৃহত থাকিয়া তৰিয়োক নীতি ধৰি ॥
অন্য অন্যে মিলি পাতিবেক কৃষ্ণ কথা।
গুৰু যিটো জ্ঞান কহে নেৰিবা সৰ্ব্বথা ॥
গুৰু ব্ৰাহ্মণক নিন্দি অধোগতি যায়।
পিতৃ মাতৃ নিন্দিলেয়ো গতি নাই ॥
পিতৃ মাতৃ বৈষ্ণবক কৰিয়ো শুশ্ৰূষা।
মূল বস্তু বুলি তাক নকৰিবা আশা ॥
জানা সমস্তৰে হৰি আছে হৃদয়ত।
ভাবিতে বিয়োগ জানা নাহিকে বেকত ॥
হেনজানি পশু শৰীৰকো হৰি মানি।
কদাচিতো তাক তুমি নকৰিবা দ্ৰোহী ॥
আৰু এক কথা কহোঁ শুনিয়ো সম্প্ৰতি।
নিস্কামে কৰিয়ো সবে কৃষ্ণত ভকতি ॥
বিষ্ণুক অৰ্পিয়া কৰিবেক কৰ্ম্ম যত।
পিতৃ মাতৃ হৰি তুষ্ট হুইব সিবেলাত ॥

হৰিক নঅৰ্পিয়া যদি ৰন্ধন কৰয় ।
গোমাংস সদৃশ অন্ন অশুচি হোৱয় ॥
প্ৰাতসতে নিদ্ৰায় জাগিয়া নাম লৈব ।
দিবসৰ কৰ্ম্ম মানে কৃষ্ণক অৰ্পিব ॥
স্নান কৰি শুদ্ধ হৈয়া গুৰু সেৱা কৰিয়া ।
বৈষ্ণবক কৰিবা সেৱা কৃষ্ণক বুলিয়া ॥
নমো মন্ত্ৰে কৃষ্ণক জপিবা সৰ্ব্বক্ষণ ।
তাত পাচে বিষ্ণু পাৱে অৰ্পিবেক অন্ন ॥
ভোজন কৰোতে যাঁহে কুকথা কহয় ।
বিষ্ঠাৰ সদৃশ অন্ন অশুচি হোৱয় ॥
উত্তম ভকতি যিটো কৰিয়া আছয় ।
সিজনক নীতি নৈমিত্তিক নালাগয় ॥
হৰি নাম নলৈলে পাতক সিজয় ।
যেন হস্তী ধোৱে তুনাই মল যে লাগয় ॥
পদ্ম পুৰাণৰ ইটো নাম মালিকাত ।
এহি কথা কহি আছে নাম মালিকাত ॥
নাহিকে মনত যমপুৰে যাব লাগে ।
নিমিষেকে ধৰিবেক পশু যেন বাঘে ॥
জনম লভিয়া নৰ ভজা গুৰু যাস্তে ।
বেহায়ো ভাৰত হাট বেলাটিয়ো নাটে ॥
আয়ু ক্ষণে ক্ষণে যাই সুমৰিয়ো হৰি ।
কালগ্ৰাহে অস্তকে কেশত আছে ধৰি ॥

যমৰ কিঙ্কৰে পাইলে হইবে সৰ্ব্বনাশ।
এহি জানি মাধৱত কৰা বন্ধু আশ॥
নকৰিয়ো গৰ্ব্ব কৰিয়োক দাস কৰ্ম্ম।
গৃহতে থাকিয়া কৰিয়োক সবে ধৰ্ম্ম॥
সমস্ত ধৰ্ম্মত কৰি নাম ধৰ্ম্ম সাৰ॥
নামেসে কৰিব পাৰে পুৰুষ উদ্ধাৰ॥
বেদক নিন্দিলা তাক নানিবা মনত।
বেদ প্ৰাণ ধৰ্ম্ম বোলে ভাগৱত॥

## দুলৰি।

আত অনন্তৰে শুনা নিৰন্তৰে
গৃহৰ যেন ভকতি।
গৃহতে থাকিয়া কৃষ্ণক ভজিয়া
পাৱয় পৰম গতি॥
যিটো নাম লয় হৰি তাৰ হয়
চক্ৰ ধৰি ফুৰে ৰাখি।
যদিবা অসত্য কৰা কোনো লোকে
মোৰা প্ৰহ্লাদক সাক্ষী॥
হিৰণ্যক্ষ পুত্ৰ প্ৰহ্লাদ কুমৰ
গৃহতে ভকতি কৰি।
বালকৰ পৰা আন আশা এৰি
ভজিলন্ত শ্ৰীহৰি॥

আপুনিয়ো গান্ত আনকো শিকান্ত
পিতৃৰ মাতৃৰ সঙ্গে।
দৈত্যৰ চৱাল আনিয়া প্রহ্লাদে
দেখাৱন্ত জ্ঞান ৰঙ্গে॥
দৈত্য শাস্ত্র যত নলয় মনত
হৰিকেসে কৰে ধ্যান।
হৰি ব্যতিৰেকে আন নেদেখয়॥
এহিসে দেখায় জ্ঞান॥
শুনা শিশু গণ ভজা নাৰায়ণ
গৃহৰ এৰিয়া আশ।
টাটকে নাটকে কেদিন জীৱন
হৈয়ো মাধৱৰ দাস॥
সেহি দিন ধৰি যত শিশুগণে
প্রহ্লাদৰ জ্ঞান লৈল।
দেখি সন্ধামর্কে ৰজাক বোলয়
তয় পুত্র দুষ্ট ভৈল॥
শুনি হিৰণ্যক্ষে মাৰিবাক লাগি
নানান দুর্গতি দিলা।
বালকৰ পৰা হৰি ভজিলেক
এতেকে হৰি ৰাখিলা॥
ব্রজৰ যুবতী বৈকুণ্ঠৰ পতি
তুষ্ট ভৈলা নাৰায়ণ।

নন্দ যশোদাৰ ব্ৰজৰ লোকৰ
আন নাই কিছু মতি।
শয়নে ভোজনে সদাৰঙ্গ মনে
কৰন্ত হৰি ভকতি ॥
কৃষ্ণ ভাৱনাক ভাবিতে ভাবিতে
নয়নৰ নীৰ জৰে।
বৈকুণ্ঠৰ পতি অব্যক্ত ঈশ্বৰ
ব্যক্ত ভৈলা নন্দ ঘৰে ॥
গোকুলৰ লোকে ৰাতি দিনে চিন্তে
ক্ষণেকো নেৰিবা নাম ।
সেহিসে কাৰণে গোবৰ্দ্ধন ধৰি
ৰাখিলেক কৃষ্ণ ৰাম ॥
আৰু এক শুনা গৃহৰ লক্ষণ
শুনিয়োে আবে পূৰ্ব্বৰ।
মিথিলাৰ পতি জনক নৃপতি
ভজিলন্ত দামোদৰ ॥
শ্ৰাতদেৱ নামে আছিল ব্ৰাহ্মণ
গৃহত ভকতি কৰি ।
গৃহত থাকিয়া কৃষ্ণক ভজিয়া
বৈকুণ্ঠক গৈল ল'ৰি ॥
বিপ্ৰ দামোদৰে গৃহত থাকিয়া
একান্ত ভকতি কৰি।

ভাৰ্য্যাবেসে সঙ্গে থাকি মহাৰঙ্গে
ভজিলন্ত পাৱে হৰি ॥
ভাৰ্য্যাৰ বচনে বিপ্ৰ দামোদৰে
দ্বাৰকাক চলি গৈল ।
দূৰ পথ হন্তে দেখি ভগৱন্তে
আনন্দে দিন গোৱাইল ॥
চাৰি মুঠি চিৰা কৃষ্ণক দিলন্ত
বিপ্ৰে অকপট মনে ।
লক্ষ্মীৰ সহিতে আগ বাঢ়ি আসি
আদৰিলা নাৰায়ণে ॥
আসনে বৈসাই চৰণ ধুৱাই
গৃহৰ বাৰ্ত্তা সুধিলা ।
গৃহাশ্ৰমীয়াৰ দুখী ভকতৰ
সন্দেশ আনি ভুঞ্জিলা ॥
বৈকুণ্ঠ সম্পত্তি গৃহত থাকিয়া
বিপ্ৰ দামোদৰে পাইলা ।
হেন জানি নৰ ৰাতি দিনে ধৰ
দেহা যাই কোন দিনা ॥
মৰণ সময়ে আনে নাৰাখিব
এক বাসুদেৱ বিনা ॥

### পদ

এক কথা কহোঁ আৰে শুনিয়ো সম্প্ৰতি।
বিষয়ত থাকি কোনে কোনে পাই গতি॥
অক্ৰুৰ বিদুৰে গৃহে কৰিলা ভকতি।
শ্ৰীমতি হৈয়া কুব্জি তাই পাইলা গতি॥
সুদামে আপোন গৃহে ভকতি কৰিলা।
আন দ্ৰব্য কিছু নাই মালাক পিন্ধাইলা॥
তাতে অতি তুষ্ট ভৈলা ৰাম দামোদৰ।
অচলা ভকতি হৌক দিলা এহি বৰ॥
মথুৰাৰ নাৰীগণে থাকি স্বামী সঙ্গে।
অকপট ভাৱে থাকি পাইল মহা ৰঙ্গে॥
নানা ভাৱে ভজি পুত্ৰ কৃত্য তনু পাইল।
ইসব মৰিয়া ঈশ্বৰত লীন গৈল॥
বিপ্ৰ পত্নিসবে কৃষ্ণক জানিয়া মনত।
নানা দ্ৰব্য দিলা নিয়া কৃষ্ণৰ আগত॥
গোপগণ সমে কৃষ্ণে আনন্দে ভুঞ্জিল।
পত্নিৰ স্তুতিত বিপ্ৰে মুকুতি লভিল॥
অশোকে এৰিলা শোক মোহ এক দিন।
কোনে ৰাখিবেক মোক গোবিন্দৰ বিন॥
এহি বুলি ধৰ্ম্ম ধৰি ক্ষণেক আছয়।
অশোকৰ শোক গুচি ভৈল ব্ৰহ্মময়॥
হেন দেখি কাল ৰূপে হৰি প্ৰবেশিল।
নিমিষেকে অশোকৰ পুত্ৰ মৰি গৈল॥

ঋষি বোলে মোৰ মনে কিবা আৰু হৈল।
যি ঠাইৰ পুত্ৰ আইল সিঠাইক গৈল॥
হাঁসি ঋষি বোলে মৰিবেক সৰ্ব্বজন।
চোতালত পুত্ৰ থৈ ৰান্ধিয়োক অন্ন॥
হেন শুনি ভাৰ্য্যাই অন্ন ৰান্ধিবাক গৈল।
সেহি সময়ত হৰি উপস্থিত হৈল।
হাঁসিয়া ঈশ্বৰে মৃতকত দিলা হাত।
উঠি অশোকৰ পুত্ৰে লগালেক মাত॥
মই হৰি হৈয়া শোক কৰো ঠাই ঠাই।
চাৰি গুটি প্ৰাণীৰ এটিৰো শোক নাই॥
চাৰয়ো উঠিয়া হৰিৰ পাৱত পৰিল।
হেন দেখি ঈশ্বৰে অশোক নাম দিল॥
হেন জানি বন্ধু শোক এৰা সব নৰে।
অন্তকালে কাকো কেৱে ৰাখিব নোৱাৰে॥
মায়াৰ ৰচনা জানা পুত্ৰ ভাৰ্য্যা যত।
সমস্ত ত্যাগিয়া ধৰা হৰি চৰণত॥
মৰণ সময়ে ৰাখে নামৰ জহত।
ইয়াৰ প্ৰমাণ আৱে লৈয়ো গজেন্দ্ৰত॥
গজেন্দ্ৰক গ্ৰাহে ধৰিলেক যিবেলাত।
হস্তিনীৰ সঙ্গে ক্ৰীড়িলেক নানামত॥
জলগ্ৰাহে ধৰিলেক নাহিকে মনত।
কোনে ৰাখিবেক মোক সঙ্কট বেলাত॥

সবেয়ো এৰিলে আশা দেখিয়া মৰণ।
কায় বাক্য মনে লৈল হৰিত শৰণ॥
মনে পদ্ম ধৰি মনে মন্ত্র জপিলন্ত।
গৰুড়ত চৰি হৰি তেখনে আহিলন্ত॥
পশুজাতি বুলি ঘৃণা নকৰি শ্রীহৰি।
মোৰ ভক্ত বুলি তুলিলন্ত শুণ্ডে ধৰি॥
হৰি পৰশনে সিটো পাপক নিস্তৰি।
বিমানে গৈলন্ত চতুর্ভূজ ৰূপ ধৰি॥
পশুজাতি হৈয়া ভজিলন্ত কৃষ্ণদেৱ।
নৰ তনু ধৰি হৰি ভজিলন্ত কেৱ॥
কদাচিতো নেৰিবাহা গুৰুৰ আশ্রয়।
গুৰু সেৱা সৎসঙ্গত ভকতি মিলয়॥
কৃষ্ণদাস ৰুদ্রে কহে হলিৰাম পদে ধৰি।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম হৰি॥

## দুলৰি

শুন ঐৰে নৰ অজ্ঞান পামৰ
কি দেখি পাগল ভৈলি।
গৰ্ভত থাকিয়া কিবোল বুলিলি
সবে পাচ কৰি থৈলি॥
শুণি চোৱা মনে প্রভু নাৰায়ণে
গৰ্ভত দিলন্ত দেখা।

ভাৰতত গই তযু নাম লৈ
হৃদয়ত হৈবো আশা ॥
তুমি ব্যতিৰেক আন নিচিন্তিবা
আন নাভাবিবো আমি।
যতেক সম্পত্তি সকলো অৰ্পিবো
তোমাৰ চৰণে আমি ॥
এহি বুলি গৰ্ভে বহু স্তুতি কৰে
তথায় বালক গণে।
প্ৰসুতি বায়ুয়ে ভূমিত পেলাই
আমাৰ মুহিলা মনে ॥
গৃহ মায়া জাল পাতিলা গোপাল
এৰাইতে নাপাই সন্ধি।
হৰি সুসুমৰি গৃহ কৰ্ম্ম কৰি
ভাৰ্য্যাৰেসে ভৈল বন্দী ॥
দেখিয়ো নেদেখ অজ্ঞান মনুষ্য
ভাৰ্য্যাত কৰয় আশ।
যেহি বোলে তাক সেহিসে কৰয়
যেন গৃহ নিজ দাস ॥
যত সত্য বাক গৰ্ভত বুলিলা
সমস্তে পেলাইল এৰি।
মিচাৰ কঠিয়া বালক সকল
মায়াই পেলাইল বেৰি ॥

যেহেন ফাণ্ডত হৰিণী পৰিল
লালিত পৰিল মাখি।
অতি যত্ন কৰি যাইবাক নোৱাৰে
লেতি পেটি ভৈল আসি॥
যাক কালে পাই মোক্ষক নাচাই
নিমিষেকে কৰে চন্ন।
পুত্র ভার্য্যা এৰি সবে যাই মৰি
ইয়াক নকৰা মন॥
যদি কোনো নৰে মনে শঙ্কা কৰে
শাস্ত্র তত্ত্ব সুবুজিয়া।
জীৱ তুতি গীতা তাত বিচাৰিলে
আৰ অর্থ সবে পাইবা॥
নানা শাস্ত্রে কয় তবো জ্ঞান নাই
নামত নিদিয়ে মতি।
স্বর্গ ৰহস্যত প্রমাণ বুজিয়ো
জীৱৰ কেনে বিপত্তি॥
যাক মোৰ বুদ্ধি জীৱন কি হৈল
কেহো নাৰাখিব পাচে।
এই সংসাৰত সবে মৰি যাই
কাক কোনে ৰাখিবেক॥
পিঠি পাচ কৰি গছকি বান্ধিব
ককালে জৰি লগাই।

টাটক নাটক ভাঙ্গিবেক তাৰ
বেঙ্কাসুৱা যমদূতে পাই ॥
দূতৰ দঁণ্ডিত যেতিয়া পৰিবি
সুমৰিবি পূৰ্ব্ব কথা।
কি কৰি মৰিলো হৰি পাহৰিলো
কেহো নকৰয় বেথা ॥
কেহোঁ বোলে ধৰ কেহোঁ বোলে মাৰ
কোহোঁ বোলে দেহ জুই।
জীৱন্তে দেহাক কুকুৰ শগুণে
লাৰি খাই চক্ষু দুই ॥
কতো খাণ্ডা ধৰি কাটে হাত ভৰি
হৰি কৰ্ম্ম নকৰিলি।
ভকতক দেখি কটাক্ষে চাহিলি
হৰিৰ নাম নলৈলি ॥
শৰাঁৰে টানিয়া জিহ্বাক কাটয়
শুনৰে নৰ পামৰ।
বৰশী লগাই দুই চক্ষু কাঢ়ে
ধৰিয়া যম কিঙ্কৰে ॥
তপত শলাক কাণত ভৰাই
নুশুনিলি কৃষ্ণ নাম
পুত্ৰ ভাৰ্য্যা সঙ্গে মহাসুখে থাকি
নকৰিলি ধৰ্ম্ম কাম ॥

অতিথিক নিদি কৰিলি ভোজন
ভিক্ষুকক নিদিলি দান।
বৈষ্ণবক দেখি সেৱা নকৰিলি
গুৰুক নকৰিলি মান॥
শয়নে ভোজনে পথত ভ্রমণে
নলৈলি হৰিৰ নাম।
এহিমতে জানা শাস্তি কৰে নানা
লগারে গারত হুতাসন॥
চেচা-পোৰা কৰি হাত ভৰি বান্ধি
ওভোটায় পুতি থয়।
কতো তুলি নিয়া পর্ব্বত ওপৰে
তাৰ পৰা পেলারয়॥
শুনা সর্ব্বজন কেদিন জীৱন
এহিসে দুখ সবাৰ।
দূতৰ আগত যম ৰজা পূৰ্ব্বে
কহিলেক বাৰে বাৰে॥
নামেসে তাৰিব যাতনা সংসাৰ
জীৱন্তে সাধিয়ো গতি।
নামতেসে গতি গুৰুত দাস্য কৰি
ভকতত কৰিয়ো ৰতি॥

## পদ

যমৰজা বোলে শুনিয়োক দূতগণ ।
যাহাক আনিবি দূত কহিলো বচন ॥
কোটি ব্ৰহ্মাণ্ডৰ নাথ প্ৰভু নাৰায়ণ ।
থাকন্ত ভক্তৰ সঙ্গে শুনা দূতগণ ॥
ৰাম কৃষ্ণ নাম লৈয়া থাকে যিটো নৰ ।
তাক গদা ধৰিয়া ৰাখন্ত দামোদৰ ॥
তাহাক দেখিলে দূত ওচৰে নাযাবি ।
ভকতক দেখি দূত প্ৰণাম কৰিবি ॥
বচনে কেৱল মাত্ৰ হৰি ভজিবেক ।
মনে চিত্তে জানা সিটো আন ভাবিবেক ॥
সিজনৰ আমাৰ ভৈল নকৰিবা ভয় ।
ধৰি বান্ধি আন তাক টাঙোনে কোবাই ॥
ভকতক নিন্দে যিটো গুৰুক নিন্দয় ।
তাহাক আনিবি দূত কহিলো নিশ্চয় ॥
চোৰ কৰি আনে যিটো পৰৰ দ্ৰব্যক ।
শীঘ্ৰে দূত আন তাক ভুঞ্জায়ো নৰক ॥
প্ৰাণী হিংসা কৰে আৰু থাকে পীড়া কৰি ।
ছুলে বান্ধি কাটি মাৰি আন দণ্ডি কৰি ॥
সীমাক থেলিয়া মাটি লয় যিটো জন ।
তাক মাটি ভাৰ দিয়া আনা দূত গণ ॥

ৰজঃস্বলা নাৰী সঙ্গে যিজন থাকয়।
তাহাক আনিবি দূত কহিলো নিশ্চয়॥
যদি তৰিবাক ইচ্ছা কৰা কোনো নৰে।
কায়বাক্য মনে গুৰুৰ চৰণত ধৰা॥
সিজন মৰিলে তৰিবৰ নাহি ভয়।
নৌকাৰ গুৰিত হৰি কাণ্ডাৰি হোৱয়॥
হাতে ধৰি নৌকাত তোলয় গুৰু আসি।
গুৰু সমে থাকে সিটো বৈকুণ্ঠ প্ৰকাশি॥
কোনো জনে দম্ভ কৰি গুৰু হেলা কৰে।
অপাৰ সংসাৰ জল সাতুৰিয়া মৰে॥
এহিজানি গুৰু পাৰে পশিয়ো শৰণ।
হৰি গুৰু ভক্ত নেৰিবাহা এক জন॥

* * * *

বেহায়ো ভাৰত হাট বেলাটিয়ো নাটে।
নিকটে চাপিয়া নৌকা ভৰা দিয়ো যাস্থে॥
যি নৰ চতুৰ মুখ ৰাম নাম ধৰা।
মূলৰাখি ভকতিৰ ভৱনদী তৰা॥
ভাৰত হাটত আছে অনেক দোকানী।
নিচিনি কিনিলে তাত মিলয় বিঘিনি॥
মহন্ত দোকানী সিটো কৰি মহা যত্ন।
যঁতে তঁতে নান কয় হৰি নাম ৰত্ন॥

হৈ আছে দোকানী সিটো পূৰ্ব্ব আজ্ঞা পাই।
সিজনত লৈয়ো ভাই বেহাই কিনাই ॥
নৰতনু নৌকা খনি ঘাটে পচি যাই।
কৃষ্ণৰ কিঙ্কৰে ওহি শঙ্কৰে গাই ॥

### *পদ*

দৈত্য কুল ৰজা ভৈল বলি মহাশয়।
সংসাৰ নিকাৰ দেখি মনে মহাভয় ॥
ইটো ৰাজ্য ভাৰ দণ্ডপাট সবে মিছা।
সবাকো তেজিয়া গোবিন্দত ভৈল ইচ্ছা ॥
আপুনিয়ো গান্ত নাম আনকো শিকাই।
যিটো নাম নলৱয় দণ্ডৰ সীমা নাই ॥
কীৰ্ত্তন শুনিয়া বলি পাৱয় ৰহস্য।
বলিৰ ভকতি দেখি হৰি ভৈল বস্য ॥
বলিৰ চৰিত্ৰ আবে এহিমানে থওঁ।
ইন্দ্ৰদ্যুম্নৰ চৰিত্ৰক কহিবাক লওঁ ॥
ইন্দ্ৰদ্যুম্নে গৃহে থাকি ভকতি কৰিলা।
দণ্ডপাট এৰি সাগৰৰ তীৰে গৈলা ॥
ধন জন পুত্ৰ ভাৰ্য্যা হৰিক অৰ্পিলা।
ভাত তুষ্ট হৈয়া হৰি দাৰু বৃক্ষ ভৈলা ॥
সেহি বৃক্ষ কাটি মূৰ্ত্তি দৌলত থাপিলা।
তুষ্ট হৈয়া কৃষ্ণে জগন্নাথ নাম লৈলা ॥

যাবত চন্দ্র দিবাকৰ কীৰ্ত্তিক ৰাখিলা।
গৃহাশ্ৰমী হৈয়া ৰজা বৈকুণ্ঠক গৈলা॥
আৰু এক কথা কহোঁ শুনিয়ো গৃহৰ।
ভাৰ্য্যা পুত্ৰ সমে পৰিক্ষীত নৃপবৰ॥
সাত দিনে পাইল গতি শুক প্ৰসাদত।
শুক গুৰু মুখ বাৰস্কন্ধ ভাগৱত॥
পৰিক্ষীত নৃপতি শুনিয়া তৃপ্তি ভৈল।
তনু ত্যাগ কৰি ৰজা বৈকুণ্ঠক গৈল॥
লোকক কৃপায়ে কহিলেক বাৰম্বাৰ।
কলিত কীৰ্ত্তন শুনি তৰিব সংসাৰ॥

—:০:—

# বৃহৎ পাষণ্ড দমন

## ষষ্ঠ খণ্ড

---:---

### *বৈষ্ণৱ মহিমা*

[ শিৱপুৰাণ ]

*পদ*

ধৰ্ম্ম বিনে নাই কিছু সংসাৰ ভিতৰে ।
শ্ৰীহৰি ৰাখয় সদা ধাৰ্ম্মিক জনেৰে ॥
ধৰ্ম্ম ৰক্ষা কৰে যেই সেই সাধুজন ।
যেই কৰে ধৰ্ম্ম ৰক্ষা সেইসে নন্দন ॥
ধৰ্ম্ম ৰক্ষা কৰে যেই সেইসে ৰমণী ।
কৰে যেই ধৰ্ম্ম ৰক্ষা তাকে ভৃত্য গণি ॥
পুত্ৰ হৈ পিতৃ আজ্ঞা কৰিলে পালন ।
প্ৰকৃত তনয় সেই শাস্ত্ৰৰ বচন ॥
ভৃত্য হৈ প্ৰভু আজ্ঞা পালে যেই জন
অন্তকালে শুভগতি পাই সেই জন ॥
শিষ্য হৈ গুৰু আজ্ঞা পালে প্ৰাণপণে ।
পৰম আনন্দে কৰে বৈকুণ্ঠে গমন ॥

নৰ হই নৰ আজ্ঞা পালে যেই জন।
অন্তকালে শুভগতি পাই সেই জন॥
পত্নী হৈ পতি ভক্তি কৰিলে পালন।
সেই নাৰী কৰিতে পাৰে অসাধ্য সাধন॥

[ নাৰায়ণ মহিমা প্ৰসঙ্গে গালব ঋষিৰ উপাখ্যান ]

*পদ*।

শূলপাণি বদতি শুনিয়ো ভগৱতী।
নাৰায়ণৰ মহিমা কহোঁ শুনা থিৰ কৰি॥
সকলো প্ৰাণীৰ আত্মা সেই নাৰায়ণ।
অন্তৰ্য্যামী সেই জানে সৰ্ব্বজন॥
গালব নামত ঋষি আছিল পূৰ্ব্বকালে।
চিত্ৰকূট পৰ্ব্বতে কৰে বাস সৰ্ব্বকালে॥
পৰম ধাৰ্ম্মিক ঋষি বিষ্ণু পৰায়ণ।
বিষ্ণু ভিন্ন অন্য জনে নকৰয় মন॥
এক দিনা বসি আছে আপোন আসনে।
হৃদিমধ্যে সদাজপ কৰে নাৰায়ণে॥
পৰম লাবণ্য ৰূপ প্ৰকাশ হোৱয়।
চাৰি ফালে বসি আছে যত মুনিচয়॥
নানা বিধ ধৰ্ম্ম কথা হয় আলাপন।
আনন্দে সবাৰো হৃদি হয় নিমগণ॥

সেনাগণ লৈয়া এক নৃপতি আসয়।
মৃগয়া কৰিয়া সবে কাণন বেৰয়॥
তপোবন দেখি মনে আনন্দ লাগিল।
ঋষি পদে প্ৰণামিবে মনক কৰিল॥
গৃহৰ ভিতৰে পশি কৰি আগমন।
ঋষিৰ চৰণে ৰজা কৰিলা প্ৰণাম॥
ৰাজাক দেখিয়া মুনি আনন্দিত মন।
বসিতে দিয়াইল মুনি কুশৰ আসন॥
যথা বিধি অভ্যৰ্থনা কৰিয়া সৎকাৰ।
ৰজাক সুধিল মুনি শুনা নৃপবৰ॥
ঋষিৰ বচন শুনি কহে নৰেশ্বৰ।
তোমাৰ প্ৰসাদে ঋষি সবাৰো মঙ্গল॥
তোমাৰ চৰণ পদ্ম কৰিতে দৰ্শন।
গৃহৰ ভিতৰে আমি কৰিলো গমন॥
মৃগয়া কৰিয়া আমি আছিলো কাণনে।
উলটি যাইবো আমি আপোন ভৱনে॥
ঋষি বোলে বনে কষ্ট পাইলা নৰবৰ।
বিশ্ৰাম কৰিয়া কৰা শান্তি পৰিহাৰ॥
ঋষিৰ বচন পালি ৰৈল নৰবৰ।
ৰহিলেক সৈন্যসহ ঋষিৰ আগাৰে॥
ঋষিবোলে দয়াময় ৰাখাহা আমাৰে।
তুমি বিনে কোন জন বিপদত তৰে॥

কৰিলোহো নিমন্ত্রণ ৰাজ্যৰ ঈশ্বৰে।
কিমতে শুশ্রূষা মই কৰিবো সবাৰে॥
অর্থ হীন মই অতি কিছু অর্থ নাই।
এই হেতু স্তুতি মই কৰিলো গোসাই॥
গৰুড় ওপৰে হৰি কৰি আৰোহণ।
ঋষি আগে আবির্ভাব প্রসন্ন বদন॥
ঋষিৰ ইমত স্তুতি কৰিয়া শ্রবণ।
প্রসন্ন হইয়া বিষ্ণু কহেন তখন॥
এই যে অপূর্ব্ব মণি অর্পিলো তোমাৰে।
গ্রহণ কৰহ তুমি অতি আগ্রহেৰে॥
মণি লৈয়া যিবা তুমি কৰিবা চিন্তন।
তাহাক তৎকালে পাবা শুনা মহাজন॥
এহি বুলি নাৰায়ণ হৈল অন্তর্ধান।
ঋষিবৰে মণি লৈয়া কৰিল চিন্তন॥
ৰাজঘৰ অশ্বশালা গোশালাদি কৰি।
সকলো শোভিত হৈল বাৰীৰ ভিতৰি॥
তাৰ পাচে খাদ্য দ্রব্য হইল স্রজন।
চর্ব্ব চুষ্য লেহ্য পেয় কোনে কৰে গণন॥
গৃহৰ ভিতৰে ৰজা কৰিয়া গমন।
বিস্ময়ে স্তম্ভিত হৈল কৰি দৰশন॥
কি ৰূপে ইসব হৈল মুনিৰ আশ্রমে।
এনে শোভা ক'তো নাহি দেখিছো নয়নে॥

অপূৰ্ব্ব নৈবেদ্য সব কৰিয়া ভোজন ।
মনে মনে আনন্দিত নৃপতি তখন ॥
অতি ৰূপৱতী কন্যা সুচাৰু হাঁসিনী ।
অলঙ্কাৰ অঙ্গে শোভে মধুৰ ভাষিণী ॥
এই ভিন্ন কত ভৃত্য জন্মিল তখন ।
নৰ্ত্তকী গায়কী কত লভিল জনম ॥
জনম লভিয়া সবে পৰম যতনে ।
ৰজাৰ সন্তোষ সিদ্ধি কৰিল সযত্নে ॥
মণিৰ প্ৰকাশে জ্যোতি অপূৰ্ব্ব হইল ।
দিন সম নিশাকাল প্ৰকাশ হইল ॥
প্ৰত্যেকে পালঙ্কো পৰি কৰিল শয়ন ।
সঙ্গে ৰৈল দাস দাসী এক এক জন ॥
যুবতীয়ে শুশ্ৰূষা পাচে কৰিতে লাগিল ।
পৰম সুখতে সবে নিদ্ৰিত হইল ॥
নিদ্ৰায়ে জাগিয়া ৰজা কৰিল দৰ্শন ।
কৈক গল আট্টালিকা কি হৈল কানন ॥
বসন ভূষন আদি একোৱেই নাই ।
আশ্ৰম পূৰ্ব্বৰ দৰে দেখিতে পাই ॥
অনুমানে বুজিল ৰজা মুনিৰ কাৰণ ।
যতেক অদ্ভূত কাৰ্য্য হয় সংঘটন ॥
মনে মনে এই ভাবি উঠিল ৰাজন ।
মুনিৰ নিকটে কৈলা বিদায় গ্ৰহণ ॥

( গালৱ ঋষিৰ লগত ৰজাৰ যুদ্ধ )

মন্ত্ৰীক ঋষিৰ পাশে পঠাইল ৰাজন ।
ৰজাৰ আদেশে মন্ত্ৰী চলিল তখন ॥
প্ৰণাম কৰিল মন্ত্ৰী মুনিৰ চৰণে।
মণিটি ৰজাক মুনি কৰহ অৰ্পণ ॥
মন্ত্ৰীৰ এতেক বাক্য কৰিয়া শ্ৰৱণ।
মুনিবৰ ক্ৰোধ কৰি বুলিল বচন ॥
মুনিক কৰয় দান নৃপতি সকলে।
বিপৰীত বচন কহিছে কি বুলি॥
কহ গৈয়া তাক মন্ত্ৰী মোহোৰ বচন।
কদাচিতো মণি মই নিদিবো ৰাজনে॥
ৰজাৰ নিকটে মন্ত্ৰী কহে বিবৰণ।
শুনিয়া নৃপতি হৈল ক্ৰোধে অচেতন॥
শীঘ্ৰে সৈন্যসব মণি কৰহ হৰণ।
মোহোৰ ওচৰে শীঘ্ৰ কৰ আগমন॥
মণি দেখি ৰথ হৈতে নামিয়া তখন।
সেনাপতি মণি পাশে কৰিল গমন॥
দেখোতে দেখেতে শুনা আশ্চৰ্য্য ঘটন।
মণি সৈতে কত যোদ্ধ লভিল জনম॥
মহাবল পৰাক্ৰম ধৰে সব জন।
ৰণপটু যোদ্ধাগণ অতি যে বিক্ৰম॥

তুমুল সংগ্ৰাম হৈল অতি বিভীষণ।
শুনিলে হৃদয় কপে অতি ঘনে ঘন॥
হেতৃ আৰু প্ৰহেতু নামে দৈত্য দুইজন।
ৰজাৰ শশুৰ দুই অতিশয় বিক্ৰম॥
এই ৰূপে মহাযুদ্ধ কৰে ক্ৰোধ ভৰে।
ৰজাৰ সমস্ত সৈন্য পৰিল সমৰে॥
মণিৰ প্ৰভাৱে মুনি আনন্দে মগন।
হৃদি মাজে শ্ৰীহৰিক কৰয় স্মৰণ॥
ধ্যান কৰি ভাবে হৰি হৃদয় মাজেৰে।
শ্ৰীহৰি জানিল তাক আপোন অন্তৰে॥
মণি সৈতে প্ৰকাশিত হইল তখন।
ঋষিক সম্বোধি কয় মধুৰ বচন॥
সুদৰ্শন হস্তে লৈয়া অতি ক্ৰোধ ভৰে।
প্ৰহাৰে কৰিল হৰি ৰজাৰ ওপৰে॥
ঘূৰিয়া ঘূৰিয়া চক্ৰ কৰিল গমন।
ৰজাৰ মস্তক গৈয়া কৰিল ছেদন।
শুনা শুনা মহাঋষি বচন আমাৰ।
ভক্তি পৰায়ণ তুমি গুণৰ আধাৰ॥
তোমাৰ ভক্তিত মই বশ্য হৈয়া অতি।
দিনে ৰাতি এই স্থানে কৰিবো বসতি॥
মণি সৈতে জনমিল যত যুদ্ধাপতি।
পৃথিবীত হব এই প্ৰবল নৃপতি॥

শুনা শুনা ঋষিবৰ মোহোৰ বচন ।
পৰম ভকত তুমি অতি মহাজন ॥
অন্তকালে স্থান পাবা বৈকুণ্ঠ ভুবন ।
এহি কহি নাৰায়ণ হৈল অন্তৰ্ধান ॥
হৰি কথা যেই জন কৰয় শ্ৰবণ ।
মহাপুণ্য হয় তাৰ শাস্ত্ৰৰ বচন ॥
ভক্তি ভাবে যেই জনে কৰে অধ্যয়ণ ।
অথবা একান্ত মনে কৰয় শ্ৰৱণ ॥
পাতক তাহাৰ দেহে অল্প নাহিৰয় ।
সেই জন ভকত মোৰ পুণ্যৰ আলয় ॥

---

## পতিব্ৰতা চৰিত্ৰ মহিমা

[ শিৱ পুৰাণ ]

### পদ

মধ্য দেশে নন্দী নামে আছিল এক গ্ৰাম ।
দ্বিজ এক সেই স্থানে কৰে অবস্থান ॥
প্ৰতিদিনে নাৰায়ণে কৰয় পূজন ।
অধৰ্ম্মত অল্পতাৰ নাহি যায় মন ॥
তাহাৰ ৰমনী ছিল সাবিত্ৰী আখ্যান ।
পতিব্ৰতা নাহিছিল তাইৰ সমান ॥
পতি সেৱা সদায় কৰে পৰম যতনে ।
পতি প্ৰিয় সাধে সদায় আনন্দিত মনে ॥

কোশল দেশত এক বিপ্রৰ বসতি ।
যজ্ঞ শৰ্ম্মা নাম তাৰ অতি শুদ্ধমতি ॥
তাহাৰ ৰমণী ছিল ৰোহিণী আখ্যান ।
পতিব্ৰতা সেই নাৰী খ্যাত সৰ্ব্বস্থান ॥
কাৰ্য্যবশে সেই নাৰী গৰ্ভবতী হয় ।
তাইৰ গৰ্ভত এক জন্মিল তনয় ॥
দেব শৰ্ম্মা নাম তাৰ থইল তখন ।
কৰিলেক ধৰ্ম্ম শিক্ষা জনক সদন ॥
তাৰ পাচে কালবশে জনক তাহাৰ ।
পীড়িত হইয়া দেহ কৰে পৰিহাৰ ॥
পিতাৰ মৰণে পুত্ৰ হইয়া কাতৰ ।
যথা বিধি মৃত্যুকাৰ্য্য কৰে তাৰপৰ
তাৰ পাচে গৃহ ত্যাগ কৰিয়া নন্দন ।
তীৰ্থস্থানে স্নান হেতু কৰয় গমন ॥
পাচত জননী তাৰ হইয়া কাতৰ ।
পথ মধ্যে চাই থাকে বিষাদ অন্তৰ ॥
পতিৰ বিয়োগ শোকে কাতৰ ৰমণী ।
তাতে দেশত্যাগী হইল পুত্ৰ গুণমণি ॥
এই হেতু দুখিতা হৈয়ে ৰোহিণী সুন্দৰী ।
দিনে দিনে কৃশা হৈল বিবৰ্ণতা ধৰি ॥
ভ্ৰমিতে ভ্ৰমিতে গৈয়া নন্দী গ্ৰাম পায় ।
ভিক্ষা বিচৰিয়া সদা ভ্ৰমিয়া বেৰায় ॥

এক দিন নদী জলে কৰিয়া স্নান।
জপ কৰি দেব শৰ্ম্মা ভাবে নাৰায়ণ ॥
তিতা বস্ত্ৰ শুষ্ক হেতু ভূমিৰ ওপৰে।
বস্ত্ৰ মেলি থয় পাচে অতি ধীৰে ধীৰে ॥
হেনকালে কাক আৰু বগলী বিহঙ্গম।
দুই পক্ষী উৰি আশি বহিল তথাতে ॥
বস্ত্ৰো পৰি দুই পক্ষী পৰিল দেখিয়া।
ক্ৰোধে অন্ধ হইল বিপ্ৰ আপোন হৃদয় ॥
দুই পক্ষী ভষ্ম হৈয়া পৰিল যখন।
বিপ্ৰৰ আনন্দ আৰু নধৰে তখন ॥
ভিক্ষা হেতু পাইল গৈয়া সাবিত্ৰীৰ ঘৰ।
পতিব্ৰতা আছে বহি দেখে বিপ্ৰবৰ ॥
পতিব্ৰতা নাৰীক ভিক্ষা খুজে বিপ্ৰবৰ।
গৃহস্বামী ভ্ৰমণান্তে আহে নিজ ঘৰ ॥
স্বামী দেখি পতিব্ৰতা লইয়া আসন।
বসিবাক লাগি পাচে কৰয় অৰ্পণ ॥
তাৰে পাচে উষ্ণপানী লইয়া সাদৰে।
স্বামীৰ চৰণ ধৌত কৰে ধীৰে ধীৰে ॥
এইমতে স্বামী সেৱা কৰি তাৰপৰ।
ভিক্ষা দিবে লাগি পাচে আহিল সত্বৰ ॥
বিলম্ব দেখিয়া পাচে সেই ব্ৰহ্মচাৰী।
কৰিলেক মহা ক্ৰোধ সাবিত্ৰী উপৰি ॥

হাঁসি হাঁসি পতিব্ৰতা কহিল বচন।
আমাক বায়স নাহি কৰিবাহা জ্ঞান ॥
ক্ৰোধ কৰি মাৰি আছা বিহঙ্গ যুগল।
ৰোষ পৰিহাৰ কৰা বিপ্ৰৰ নন্দন ॥
ভিক্ষা লৈয়া চলি গৈল আশ্ৰম তখন।
ভক্ষণ কৰিয়া পাচে কৰিল গমন ॥
বসিবাক লাগি বিপ্ৰক দিলেক আসন।
সাবিত্ৰীক সবিনয়ে বুলিল বচন ॥
বিহঙ্গ মাৰিলো মই বহু দুৰান্তৰে।
কেনেকৈ জানিলা তুমি নিজৰ অন্তৰে ॥
এতেক বচন শুনি সাবিত্ৰী ৰমণী।
কহিলেক শুনা শুনা বিপ্ৰ মহামুনি ॥
দিনে ৰাতি কৰো মই পতি শুশ্ৰূষণ।
সিকাৰণে জানো মই সকলো ঘটন ॥
জানিব সকলো পাৰো পতি সেৱা ফলে।
ত্ৰিকাল ঘটনা জানো আপোন অন্তৰে ॥
জননী তেজিয়া তুমি আসিলা ইঠাই।
বিষাদ অন্তৰে পথ মধ্যে থাকে চাই ॥
মাতৃক দুখিনী কৰি কৰিলা আগমন।
বিফল তোমাৰ সব জ্ঞানাহা ব্ৰাহ্মণ ॥
অতি শীঘ্ৰে চলি যোৱা আপোন ভবন।
জননীৰ দুখ দূৰ কৰিয়ো তৎক্ষণ ॥

জননী পালন যেই কৰে ভক্তি ভাৱে।
সৰ্ব্বকাৰ্য্য সিদ্ধি তাৰ জানিবা অন্তুৰে॥
যজ্ঞ শৰ্ম্মা নামে বিপ্ৰ আছে একজন।
স্মৃতা নামে তাৰ কন্যা অতি সুৰূপিনী॥
সেই কন্যা হৈব পাচে তোমাৰ ৰমনী।
তাইক কৰিবা তুমি আপোনাৰ পত্নী॥
স্মৃতা গৰ্ভে জন্মিবেক তোমাৰ নন্দন।
বৰ্দ্ধন হইব নাম শুনা বিচক্ষণ॥
পৰম বৈষ্ণব হৈব তোমাৰ নন্দন।
কহিলো তোমাক মই স্বৰূপ বচন॥
অজ্ঞানে কৰিলো ৰোষ কৰাহা মাৰ্জ্জন
পতিব্ৰতা তোৰা পাৱে কৰো নমস্কাৰ॥
এহি বুলি নিজ গৃহে কৰিল গমন।
অতি শীঘ্ৰে নিজ গৃহে পাইল তখন॥
মাতৃৰ চৰণে গৈয়া প্ৰণাম কৰিল।
পুত্ৰক পাইয়া মাতৃ আনন্দে দ্ৰবিল॥
ভিক্ষা কৰি বিপ্ৰ পাচে অতি ভক্তি ভাৱে।
দিনে ৰাতি জননাক আদৰেৰে ৰাখে॥
যজ্ঞ শৰ্ম্মাৰ কন্যা ছিল স্মৃতা কন্যাধন।
দেব শৰ্ম্মাৰ কৰে কন্যা কৰিল প্ৰদান॥
বিহা কৰি দেব শৰ্ম্মা কৰিল ৰমন।
অনুক্ৰমে দুই পুত্ৰ হইল জনম॥

ৰাতি দিনে দেৱ শৰ্ম্মা ভাবি নাৰায়ণ।
বিমানে চাৰিয়া গৈল বৈকুণ্ঠ ভবন॥
যেই জনে শুনে এই চৰিত্ৰ ভক্তিৰে।
বিপদে আক্ৰমে নাহি কদাপি তাহাৰে॥
কুগ্ৰহে তাহাক নাহি কৰে আক্ৰমণ।
পদে পদে সুমঙ্গল তাহাৰ সদন॥
ত্ৰিকাল জানিব পাৰে সেই মহামতি।
তাহাৰ ওপৰে তুষ্ট ত্ৰিজগত পতি॥
পিতৃলোক মহা তুষ্ট তাহাৰ ওপৰে।
বংশ বৃদ্ধি হয় তাৰ নাৰায়ণ বৰে॥
ভক্তিৰ সমান বন্ধু নাহি কোন জন।
ধৰ্ম্মে প্ৰতিষ্ঠিত আছে এই তিনি ভুবন॥
কদাচিতো নেৰিবাহা গুৰুৰ আশ্ৰয়।
গুৰু সেৱা বিনে নাই তৰণী উপায়॥
কৃষ্ণ দাস ৰুদ্ৰে কয় হলিৰাম পদে ধৰি॥
জানি জ্ঞানীগণে ডাকি বোলা হৰি হৰি।

-:০:—

# বৃহৎ পাষণ্ড দমন

## সপ্তম খণ্ড

—:·:—

### শৰণ নিৰ্ণয়

"শ"— সংক্ষিয়তে পাপং।

"ৰ"— ৰতি জ্ঞানং প্ৰশষ্যতে।

"ণ"— বৈষ্ণৱ লোকং শৰণং পৰিকল্পতে।

### ভজন নিৰ্ণয়

"ভ"— শব্দে সংসাৰ মায়াময়।

"জ"— শব্দে মানৱ জন্ম ধাৰণ।

"ন"— শব্দে বৈকুণ্ঠ থান প্ৰাপ্ত।

### ভক্তি ন বিধ।

যেনে— শ্ৰৱন, কীৰ্ত্তন, স্মৰণ, পদ-সেৱন, অৰ্চ্চন, বন্দন, দাস্য, সখীত্ব, আত্মনিবেদন।

১। শ্ৰৱণ ভক্তি—একান্ত মনে গুৰু মুখে পৰমাৰ্থ তত্ব শুনা। শ্ৰৱণত পৰীক্ষিত তৰিছে।

২। কীর্ত্তন ভক্তি—একান্ত মনে পৰমাৰ্থ তত্ব গোৱা। কীৰ্ত্তনত নাৰদ তৰিছে।

৩। স্মৰণ ভক্তি—একান্ত মনে পৰমাৰ্থ তত্ব সোঁৱৰণ কৰা। স্মৰণত প্ৰহ্লাদ তৰিছে।

৪। পদ সেৱন ভক্তি—একাগ্ৰচিত্তে কৃষ্ণৰ প্ৰতিমা আৰু গুৰুৰ পদত সেৱা কৰা। পদ সেৱনত অম্বৰীষ ৰজা।

৫। অৰ্চ্চন ভক্তি—ঈশ্বৰৰ চৰণত একান্ত মন কৰি অৰ্পণ কৰি কৃষ্ণ উপাসনা। অৰ্চ্চনত গজেন্দ্ৰ।

৬। বন্দন ভক্তি—একান্ত মনে সমস্ত কামনা কৃষ্ণত অৰ্পণ কৰি, তেওঁৰ পদত সদায় নমস্কাৰ কৰা। বন্দনত অক্ৰুৰ।

৭। দাস্য ভক্তি—একান্ত মনে কৃষ্ণৰ চৰণত ভক্তি ৰাখি, তেওঁত পুত্ৰ-ভাৰ্য্যা আৰু নিজক অৰ্পণ কৰি, দাসত্ব স্বীকাৰ কৰা। দাস্যত উদ্ধৱ তৰিছে।

৮। সখীত্ব ভক্তি—কৃষ্ণত একান্ত মনে ভক্তি কৰি, সমস্ত কামনা তেওঁত অৰ্পি বন্ধুত্ব স্থাপন কৰা। সখীত্বত অৰ্জ্জুন।

৯। আত্মনিবেদন ভক্তি—ঈশ্বৰত ভক্তি ৰাখি, একান্ত মনে গুৰুত পুত্ৰ, ভাৰ্য্যা, ঐশ্বৰ্য্য, সম্পত্তি আৰু নিজক অৰ্পণ কৰিলে ঈশ্বৰত অভিন্ন হয়। আত্মনিবেদনত বলি ৰজা। সেই কাৰণে বলিৰ ভক্তি অতি শ্ৰেষ্ঠ। এই নটা আচৰণ আমি গুৰু-মহন্তক সদায় কৰিব লাগে।

ভক্তিৰ নৌকা—কৃষ্ণৰ চৰণেই নৌকা। পঞ্চ বিধ মুক্তি খুটি। সাৰূপ্য, সাষ্টি, সামীপ্য, সালোক্য, নিৰ্ব্বাণ গুৰু

আৰু শাস্ত্র গুৰিয়াল কেৰলা, সপ্রেমা, নিগুৰ্ণা ভক্তি ল'গী। অনুকুল কৃষ্ণ ভক্ত আৰোহী।

ভক্তিৰ শয্যা— কৃষ্ণৰ চৰণেই ঘৰ, গৃহস্থৰ বুদ্ধি খুৰাৰ তলৰ শিল। সত্য, শৌচ, দয়া, মৌন খুৰা। সন্তোষ সৎসঙ্গ বাৰ। ধৈৰ্য্য, ক্ষমা, তুষ্টি, বিৰক্তি শলা। নবিধ ভক্তি পাত। শৰণাদি পঞ্চ ভাগ ছঁছালী পুৰুষাৰ্থ গজাল। নম্রতা তুলি। প্রেম বিচনা চাদৰ। গুৰু শিক্ষা গাৰু। বিশ্বাস লেপ (জাপৰ কাপোৰ)। শুদ্ধ সদাচাৰ আঁঠুৰা। বিবেক, শান্তি, শ্রদ্ধা, খেদ জৰি। বিজ্ঞান প্রদীপ। ভক্তই এই শয্যাত শয়ন কৰিলে ক্লান্ত দূৰ হয়, নিৰ্ব্বাণ মুক্তি পায়। [ শ্রীশ্রী৺ শঙ্কৰ দেৱ কৃত। ]

ভক্তিৰ বৃক্ষ -- কৃষ্ণই বৃক্ষ। সৎসঙ্গে ফল। শুদ্ধ ধৰ্ম্ম গুৰুৰ শিক্ষা, শান্ত মনৰ স্থিৰতা এই চাৰিটা মূল। একান্ত ভক্তি সাৰ। কৃষ্ণ, যশ, নাম, প্রেমেই ৰস। সাৰূপ্য, সাষ্টি, সালোক্য, সামীপ্য, নিৰ্ব্বাণ, মুক্তি শিপা। শৰণ, ভজন, আচৰণ, প্রবৰ্ত্তন, সন্তোষে আস্থা। বিৰক্তি, সত্য, শৌচ, দয়া, ধৈৰ্য্য, ক্ষমা, তুষ্টি সাতোটা সাত ধাতু। নবিধ ভক্তি ডাল। আশী বিধ ভক্তি সৰু সৰু শাখা। নানা বিধ যশ, কীৰ্ত্তি পাত। ভকতৰ শ্রদ্ধা, প্রীতি পুষ্প। এই বৃক্ষক আশ্রয় কৰি ভকতে ঈশ্বৰ ( ব্রহ্মৰ ) উপাসনা কৰে। [ বৈকুণ্ঠ পটল। ]

ভক্তৰ লক্ষণ---সকলো প্রাণীৰ প্রতি অদ্বেষ্টা, মৈত্র,

করুণা, মমতা শূন্য, নিৰহঙ্কাৰ, সুখ-দুখত সমজ্ঞানী, ক্ষমাশীল, সংযমী, ঈশ্বৰত দৃঢ় বিশ্বাসী, ঈশ্বৰ সেৱা পৰায়ণ জনেই ভক্ত ।

অদ্বেষ্টা—প্ৰাণী বধ নকৰা ।

মৈত্ৰ— সকলো প্ৰাণীক বিপদত সহায় কৰা ।

করুণা— আনৰ দুখত নিজে দুখী হোৱা ।

মমতা শূন্য— সংসাৰত মোৰ বুলি মোহ নোহোৱা ।

নিৰহঙ্কাৰ— কোনো কৰ্ম্ম মই কৰ্ত্তা বুলি বোধ নকৰি ঈশ্বৰত অৰ্পণ কৰা ।

সুখ-দুখত সমজ্ঞানী— সুখ বা দুখ পালে নিজৰ কৰ্ম্মানুযায়ী কৃষ্ণৰ ইচ্ছাত হৈছে বুলি বোধ কৰা ।

ক্ষমাশীল— কোনোৱে অপৰাধ কৰিলে, প্ৰতিকাৰ কৰিব পৰা ক্ষমতা থাকিলেও তাৰ প্ৰতিকাৰ নকৰা স্বভাৱ ।

সদায় সন্তোষী— যেতিয়া যি পাই তাতে সন্তুষ্ট থকা ।

সংযমী— সকলো ইন্দ্ৰিয় নিজৰ অধীনত ৰখা ।

ঈশ্বৰত দৃঢ় বিশ্বাসী—গুৰু আৰু শাস্ত্ৰৰ বিচাৰৰ দ্বাৰা কৃষ্ণক জানিবলৈ তেওঁত দৃঢ় বিশ্বাস ৰখা ।

ঈশ্বৰ সেৱা পৰায়ণ— যি কৰ্ম্ম কৰিলে পৰমাত্মা (বিষ্ণু) সন্তোষ হয়, সেই কৰ্ম্মত ৰত থকা ।

এই কেইটা গুণ থকা জনেই গুৰু বা ভকত । এই গুণ নথকা জন ভণ্ড ।

## গুণ কৰ্ম্ম অনুসৰি উপাধি

মহন্ত— মহৎ লোক, উদাৰ, পূজনীয়, নম্ৰ, পৰমাৰ্থ তত্ব জনা জিতেন্দ্ৰিয়, মহাজন, সাধু, সন্ত, গোসাই।

গোস্বামী—গো আৰু স্বামী, গো শব্দৰ অৰ্থ বেদ, গৰু, মাতৃ, সূৰ্য্য, ৰশ্মি বজ্ৰ, পশু, পৃথিবী, ইন্দ্ৰিয়ক বুজায়। স্বামী শব্দে প্ৰভু ঈশ্বৰ, গৰাকী, ৰজা, ভূমিৰ অধিকাৰ, সম্প্ৰদায় প্ৰবৰ্ত্তক, জিতেন্দ্ৰিয়। পৰমাৰ্থত গোস্বামী ইন্দ্ৰিয়ৰ গৰাকী জিতেন্দ্ৰিয় পৰমাৰ্থ তত্ব জনা।

গোসাই— গো শব্দে বেদ, সা শব্দে গীতা আদি শাস্ত্ৰ জনা, ই শব্দে ব্ৰহ্মক ( বিষ্ণুক ) জনা।

ভট্টাচাৰ্য্য— ভট্ট আৰু আচাৰ্য্য। বেদ শিক্ষক, দৰ্শন শাস্ত্ৰত পণ্ডিত, প্ৰবৃত্তি ( আগম ) পন্থৰ।

গোস্বামী, মহন্ত, গোসাই নিবৃত্তি পন্থৰ। ভট্টাচাৰ্য্য গুৰু প্ৰবৃত্তি পন্থৰ।

সত্ৰ— বহু সন্ত, সাধু, ভক্ত, গোস্বামীৰ সৈতে ধৰ্ম্মৰ প্ৰসঙ্গ কৰে য'ত তাকে সত্ৰ বোলে। সত্ৰ দুই শ্ৰেণী আশ্ৰমী আৰু উদাসীন।

ৰাজমেধি, সাজ তোলা একে শ্ৰেণী। সাজ তোলা মেধিয়ে আয়-ব্যয় হিচাব ৰাখে। ৰাজমেধি প্ৰতিনিধি। মহন্তে পাতিলে মেধি, ভকতে পাতিলে সত্ৰীয়া।

আতা— যিজনে আত্মা চিনি লৈ বহুত লোকক আত্মা চিনাব পাৰে।

পাচনীয়ে শিষ্যবিলাকক গুৰু গৃহলৈ মাতি আনে।

বৰ মেধিয়ে, সাজ তোলাই শিষ্যৰ উৎপন্ন বস্তু আনি গুৰুক দিয়েহি।

তিনিটি শিষ্যে এপোৱা হয়। সাত পোৱা শিষ্যে এক সেৰা পাতে। দুই সেৰাৰ ওপৰত কুৰিয়া মেধি, তিনি সেৰা ওপৰত বৰ মেধি পাতে।

গোস্বামীয়ে গুৰু, দেৱ, নাম, ভক্ত, শৰণ, ভজন, সৎসঙ্গ ভক্তি দান কৰি, জীৱক সদ্গতি দিব পাৰে। বেদৰ সাৰ মূল বীজ ঈশ্বৰৰ নাম দি লোক সমূহক জীৱ তৰণৰ উপায় কৰিছে।

## সংহতি

সংহতি তিনটা, মাধৱদেৱে স্থাপন কৰাটিৰে সৈতে চাৰিটা যেনে— কাল, পুৰুষ, ব্ৰহ্ম, নিকা সংহতি।

কাল সংহতিৰ গুৰুত কাষ্ঠা, পুৰুষ সংহতিৰ নামত কাষ্ঠা, ব্ৰহ্ম সংহতিৰ ভাগৱতত কাষ্ঠা, নিকা সংহতিৰ আচাৰ ব্যৱহাৰত কাষ্ঠা।

কাল, পুৰুষ, ব্ৰহ্ম সংহতি নহলে ভক্তি পূৰ্ণ নহয়। এই তিনি সংহতি গোপাল আতাত পূৰ্ণ হৈছে। গতিকে পূৰ্ণ গোপাল বোলে। গোপাল আতাই গঙ্গা আতাক দ্বিতীয় গোপাল নাম দি, নিৰ্গুণ কেৱল ভক্তিত প্ৰবৰ্ত্তন কৰাই ধৰ্ম্মচাৰ্য্য পাতে। গোপাল আতাকে মূখ্য কৰি বাৰ আতাই কেৱল ভক্তিত প্ৰবৰ্ত্তন কৰিছিল। কেৱলা,

নিৰ্গুণা, সপ্রেমা ভক্তিয়েই শ্ৰেষ্ঠ। কেৱল ভক্তি সকলোতকৈ শ্ৰেষ্ঠ। গুৰু নহলে ভক্তি সিদ্ধি নহয়।

## অন্য আৱশ্যকীয় শব্দাৰ্থ আৰু টীকা

পঞ্চ গুণ—শ্ৰী, যশ, দান, মান, ভূত দায়া।

পঞ্চ ৰস—শান্ত, দাস্য, সখ্য, বাৎসল্য, মধুৰ।

[ গোপাল আতাৰ চৰিত্ৰ। ]

ছয়জন ভক্ত—ধ্ৰুব, মুচুকুন্দ, অনিমাদি মুনি, গজেন্দ্ৰ, নাৰদ, গোপীসকল।

তিনিতাপ—আধ্যাত্মিক—পুত্ৰাদিৰ মৃত্যুত বা আন কষ্টত আঘাট, দুখ অনুভৱ হোৱা।

আধিভৌতিক—নিজৰ পঞ্চ ভূতৰ পৰা দেহত দুখ পোৱা, অস্ত্ৰত, বাঘ, কুকুৰ, কাঁইটাদিৰ পৰা পোৱা কষ্ট।

আধিবৈদিক— বিদ্যুৎ বজ্ৰপাতৰ দ্বাৰা পোৱা কষ্ট।

পঞ্চ তত্ব—ছাল, হাড়, নখ, চুলি পৃথিবীত লয় হয়। লাল, মূত্ৰ, পুৰিষ জলত লয় হয়। ক্ষুধা, তৃষ্ণা, কান্তি তেজত লয় হয়। ধাৰন, নিৰোধ, বুদ্ধি, বল বায়ুত লয় হয়। শোক, মোহ, ভয়, চিন্তা, বীৰ্য্য আকাশত লয় হয়।

দ্বাদশ পৰমাৰ্থ তত্ব—যেনে, জীৱ—শুদ্ধ ব্ৰহ্ম, ঈশ্বৰ—পৰমাত্মা ঈশ্বৰ। মায়া—দেহ ইন্দ্ৰিয়ত আত্মা বুদ্ধিয়েই মায়া। শ্ৰৱণ—গুৰু সেৱাই শ্ৰৱণ। জ্ঞান—শাস্ত্ৰ পঢ়ি পোৱাটো জ্ঞান। বিজ্ঞান— সমস্ত প্ৰাণীক ব্ৰহ্মময় দেখাটো বিজ্ঞান।

তদঙ্গ—সন্তৰ সঙ্গত হৰি কথা শ্ৰবণ কীৰ্ত্তনেই তদঙ্গ। ৰহস্য—ভক্তিত প্ৰীতি বা ঈশ্বৰ প্ৰেমেই ৰহস্য। জাতি—ঈশ্বৰেই জাতি গুৰু আৰু ঈশ্বৰ অভেদ জ্ঞান। বস্তু—ভকতেই বস্তু। গুণ—ভকত বৎসলতাই গুণ। ক্ৰিয়া--ঈশ্বৰৰ সৃষ্টি আৰু ভকতৰ সেৱাই ক্ৰিয়া।

দ্বাদশ যম— অহিংসা—কোনো প্ৰাণী বধ নকৰা। অসঞ্চয়—ভক্তিৰ বাহিৰে আন বস্তু সঞ্চয় নকৰা। ক্ষমা—কোনোৱে অপৰাধ কৰিলেয়ো তেওঁক ক্ষমা কৰা। ভয়—ঈশ্বৰ আৰু বৈষ্ণৱৰ বাহিৰে আনলৈ ভয় নকৰা। সত্য—ব্ৰহ্ম বিষয়ক আলোচনা। আস্তেয়—মনতে পৰৰ দ্ৰব্য গ্ৰহণ নকৰা। অনঙ্গ—সকাম কৰ্ম্ম ত্যাগ কৰা। হ্ৰী—অকৰ্ম্মত ঘৃণা উপজা। আস্তিক্য—ধৰ্ম্মত বিশ্বাস কৰা। ব্ৰহ্মচৰ্য্য—বীৰ্য্য ধাৰণ কৰা। মৌন—অসৎ আলাপ নকৰা। স্থৈৰ্য্য— মন বুদ্ধি ঈশ্বৰত স্থিৰ ৰখা।

তিনি শৰীৰ—স্থূল শৰীৰ--পিতা মাতাৰ ৰজো বীৰ্য্যৰ পৰা উৎপন্ন হোৱা দৃশ্যমান পঞ্চ ভৌতিক দেহাটো। লিঙ্গ শৰীৰ--পঞ্চ জ্ঞানেন্দ্ৰিয়, পঞ্চ কৰ্ম্মেন্দ্ৰিয়, মন, বুদ্ধি. এই বাৰটাৰ দ্বাৰা গঠিত হোৱা বস্তুটিয়েই লিঙ্গ শৰীৰ বোলে। সুক্ষ্ম শৰীৰ—বায়ুৰ দ্বাৰা গঠিত এটি লিঙ্গ শৰীৰ ইহলোক পৰলোকত গমনা-গমন কৰে।

দ্বাদশ নিয়ম—শৌচ—পানী আৰু মাটিৰে দেহা শুদ্ধ কৰা। জপ—মনতে ঈশ্বৰৰ নাম লোৱা। তপ—সমস্ত

কৰ্ম্ম ত্যাগ কৰি ঈশ্বৰত মন লগোৱা। হোম—সমস্ত কৰ্ম্ম ঈশ্বৰত অৰ্পণ কৰা। শ্ৰদ্ধা—কৃষ্ণত আৰু কৃষ্ণ কথাত আগ্ৰহ। আতিথ্য—ভকত বৈষ্ণৱৰ সেৱা-শুশ্ৰূষা কৰা। ব্ৰহ্মাৰ্চ্চন—অকপটে কৃষ্ণৰ উপাসনা কৰা। তীৰ্থ পৰ্য্যটন—গুৰু বৈষ্ণৱৰ গৃহলৈ যোৱা। পৰমাৰ্থ চেষ্টা—হৰি ভক্তি আচৰণ কৰা। সন্তোষ—যেতিয়া যি পাই ঈশ্বৰৰ অনুগ্ৰহত, তাতে তৃপ্ত থকা। গুৰু সেৱা—হৃদয়ত হৰিক ধ্যান কৰা। মনশুদ্ধি—হৰি কথা আলোচনা কৰা।

পঞ্চ মহাভূত—ক্ষিতি, অপ, তেজ, মৰুৎ, ব্যোম।

পঞ্চ জ্ঞানেন্দ্ৰিয়—চক্ষু, কৰ্ণ, নাসিকা, ত্বক, জিহ্বা।

পঞ্চ কৰ্ম্মেন্দ্ৰিয়—বাক্, পাণি, পাদ, পায়ু, উপস্থ।

দশ বায়ু—প্ৰাণ, অপান, সমান, উদান, ব্যান নাগ, কৃকৰ, দেৱদত্ত, কুৰ্ম্ম, ধনঞ্জয়।

চাৰি অৱয়ৱ—মন, বুদ্ধি, অহঙ্কাৰ, চিত্ত।

পঞ্চ বিধ মুক্তি—১। সালোক্য—বিষ্ণুৰ লগত একে বৈকুণ্ঠ থকা। ২। সাষ্টি—বিষ্ণুৰ সমান ঐশ্বৰ্য্যপ্ৰাপ্তি (নিকা সংহতি)। ৩। সামীপ্য—বৈকুণ্ঠত বিষ্ণুৰ মিচেই ওচৰত থাকিবলৈ পোৱা (ব্ৰহ্ম সংহতি)। ৪। সাৰূপ্য—বিষ্ণুৰ সমান ৰূপ লাভ কৰা (পুৰুষ সংহতি)। ৫। নিৰ্ব্বান—বিষ্ণুৰ লগতে এক হৈ মিলি যোৱা, লীন হোৱা (কাল সংহতি) ভাগৱত।

সপ্ত বৈকুণ্ঠ—শ্বেত বিলাস, ব্ৰহ্ম বিলাস, পুষ্প বিলাস,

সাস্তানু বিলাস, সনাতন, গোলোক, পঙ্কজ বিলাস বৈকুণ্ঠ।

দ্বাদশ গুণ—সত্য, শৌচ, দয়া, মৌণ বুদ্ধি, হ্রী, যশ ক্ষমা, সম, দম, ভগ, শ্রী। [বৈষ্ণৱী কীৰ্ত্তন]

পাঁচ বিধ জীৱ—প্ৰকৃতিৰ জীৱই অকৰ্ম্ম কৰি পাপ ভুঞ্জে। জলশায়ীৰ জীৱে সংসাৰী জ্ঞানী। অনন্তৰ জীৱে যোগী সন্ন্যাসী হয়। পালক বিষ্ণুৰ জীৱে কৰ্ম্ম কৰে। কালনাৰায়ণৰ জীৱে একমাত্ৰ কেৱল ভক্তিহে কৰে!

চাৰি শ্লোক, চাৰি শৰণ, জ্ঞানে—গুৰু, বিজ্ঞানে—দেৱ, তদঙ্গে—নাম, ৰহস্যে—ভাগৱত বা ভকত। গুৰু, দেৱ, নাম, অৰ্থাৎ বিষ্ণু, ব্ৰহ্মা, ৰুদ্ৰ তিনিকো এক কৰি ভাগৱতত জপ কৰে।

নামৰ দহ অপৰাধ—গুৰু ভক্ত নিন্দা, হৰি হৰ পৃথক কৰা, হৰি নাম নিন্দা, গুৰু অৱজ্ঞা, নামত বাদ কৰা, নামধৰ্ম্মক আন ধৰ্ম্মৰ সমান কৰা, নামত বলে পাপ বুদ্ধি কৰা, শ্ৰদ্ধাহীনক নাম দান দিয়া, নাম দান কৰোতে অহঙ্কাৰ কৰা নামৰ মহিমাক উপালম্ভ কৰিলে, শতবাৰ দণ্ডৱত হৈ, হৰি নাম কীৰ্ত্তন কৰিলে খণ্ডন হয়। নামে সাত কাৰ্য্য সাধে, পাপ নাশ হয়, পূণ্য ওপজে, বৈৰাগ্য জন্মে, কৃষ্ণত প্ৰেম ভক্তি বাঢ়ে, বৈষ্ণৱী জ্ঞান জন্মে, দুৰ্ব্বাসনা নষ্ট হয়, মায়াক নিৰ্য্যান কৰি কৃষ্ণৰ দেহত লয় পায়।

—×—

—অন্ত—

ইয়াৰ পাছত

সোনকালে

প্ৰকাশ—

১। পৰমাৰ্থ তত্ত

(পৰমাৰ্থ বিষয়ক জানিব লগা বহুত কথা ব্যাখ্যা কৰা পাব)

২। সম্প্ৰদায় চৰিত্ৰ

(শ্ৰীশ্ৰীশঙ্কৰ গুৰুৰ পৰা আজিলৈকে বড়া বিধিধ সত্ৰাধিকাৰৰ পূৰ্ণ বিবৰণ পাব)।

পোৱাৰ ঠিকনা—

**শ্ৰীকণ্ঠাভৰণ গোস্বামী**

গজলা সত্ৰ

পোঃ চেঙেলীবাড়ী

শিৱসাগৰ, অসম।